# দ্বিতীয় অধ্যা।

বিশ্বসিংহ, নৰনাৰায়ণ আৰু চিলাৰায়।

হাবিয়া মণ্ডলৰ ভেশত মহাদেৱ।—কামৰূপৰ বিশ্বসিংহ ৰাজাৰ জন্ম॥ কুচীষাৰিত চিকনাই পৰ্ব্বতৰ ফোমত পানবৰ ১, ভেলেনা ১, ভেলভেলা ১, মৰিঙলা ১, কাঠীয়া ১, গুৱাবৰ ১, নেখো ১, বৈশাগু ১, জেমৈ ১, গৰু-কটা ১, মুঙ্গৰৰ ১, ভেখেৰা ১, এই বাৰঘৰ মেচ আছিল। তাৰে প্ৰধান হাবিয়া মণ্ডলে চাৰিশপুৰ পৰ্ব্বত কপাহ দিছিল। একত প্ৰথম ভাৰ্য্যা হীৰা, দ্বিতীয় ভাৰ্য্যা জীৰা। হৈৰীয়েক জনীয়ে নিতাত্তে গাড়িতে ভাত দিয়েহে।

একদিনা প্ৰতি হৈৰীয়েক হীৰাই ঋতু স্নান কৰি ভাত লৈ গাড়িতে গাড়িলৈ এক দণ্ডৰ পথ থাকোতে বৰ গছ এক ডালৰ তলত হাবিয়া মণ্ডলৰ ৰূপ ধৰি মহাদেৱ বহি আছে। তাতে মদভাত খালে, সেই ঠাইতে হৰিলে। হৈৰিণীয়েকে বোলে, "গাড়ি এৰি কিয় আহিলি?" ছদ্ম মহাদেৱে বোলে, "ভাত খবলৈ তোক আগলৈ আহিলোঁ।" এই বুলি গাড়িলৈ যাওঁ বুলি অন্তৰ্দ্ধান হ'ল।

পাছে হাবিয়া মণ্ডলে ঘৰলৈ আহি ঘৰিণীয়েকক খং কৰি বোলে,— "আজি মোলৈ ভাত কিয় নিনিলি?" হৈৰীয়েকে বোলে,—"বৰ গছৰ তলতে মদভাত খালি, সম্ভোগ কৰিলি, খং কৰ কিয়?" এই কথা শুনি হাবিয়া বিস্ময় হৈ থাকিল। পাছে ৰাত্ৰি মহাদেৱে সন্ন্যাসী ৰূপ ধৰি স্বপ্ন কৰালে, বোলে,—"তোৰ ঘৰিণীক খং নকৰিবি। মঞিহে এনে কৰিলোঁ। তহঁতে শুদ্ধ ভাৱে থাকিবি। মোৰ ঔৰসে যি পুত্ৰ জন্মিব সি মহা বলিষ্ঠ ৰজা হব। আৰু বৰ গছৰ তলত পূজা কৰিবিহঁক; তাতে দাব ১, তৰোৱাল ১ খান পাবি। আৰু গছত বানৰ এটি দেখিবি, সেই বানৰ আকাৰে ধ্বজদণ্ড এটা পাতিবি। পুৰুষ পুৰুষে গৃহত লৈ বছৰি পূজা কৰি থাকিবি। যিকালত বানৰৰ মুখ ঘূৰে সেই কালত তোৰ বংশ ৰজা হব।" আগধৰিও সেই বৰ গছৰ তলত পূজা কৰিছিল, কোনোৰ মতে শিমলু গছ বুলি কয়। ২০॥

হেমাবৰ পাছত বিশ্বসিংহ।—পাছে দিনক্ৰমে কাণ্ডিকৰ বিশু পুত্ৰ জন্মিল; বিশু নাম থলে। আগৰ ভাৰ্য্যাৰ পুত্ৰটিৰ নাম শিশু। ৰাত্ৰি হাথী, ঘোঁৰা, বন্দুক, পঞ্চশব্দৰ বাদ্য হৈল। বৰটিৰ নাও শিহ, সৰুটিৰ নাও

বিহু। এই প্ৰকাৰে বাৰে বংসৰ হ'ল। অস্ত্ৰ-শস্ত্ৰত খুব অভ্যাস হ'ল। বিহুৰ ১২ গিৰি মেচৰ ১২ জন চহান লগত চিকাৰ কৰি ফুৰে। পাচে বইগাওঁ সিগাওঁ মাৰি খুটাঘাটিৰ কৰ্ণপুৰ ভুঞাক মাৰিলে। এই ক্ৰমে কৰতোয়াৰ কামৰূপ বেহাৰৰ সকল ভুঞাকে মাৰি ৰজা হৈ চিকনাইত পাট কৰি ৰজা হ'ল, ১৪৪৯। ২১ ॥

স্বৰ্গদেৱৰ থাপিত-সাচিত বিশ্বসিংহ।—পাচে এই সময়তে স্বৰ্গদেৱ ৰজাৰ চলগায় বৰগোহাঁই কলতোলা নামে মানিকৈৰ গাওঁত বিশ্বসিংহে শুনিলে যে, পূৰ্ব্বদেশে ইন্দ্ৰ অৱতাৰ কৰি ৰাজ। ৰজা সকলক মাৰি কাটি বশকৈ লৈ আছিছে। এই বুলি ৰূপ-সোণ দুচুৰা লৈ চলগায় বৰগোহাঁইক বৰিলহি। বোলে, "মঞি স্বৰ্গমহাৰাজাৰ শৰণীয়া হলোঁ; লোক থাপি-সাচি থোৱা।" পাচে গোহাঁইএ সোণৰ ডবা বোটালে বটা এযুৰি দি বোলে,—"ভাল, ইন্দ্ৰ ৰজাত জনাই তোক থাপি-সাচি থোৱাম। মই দিহী মাৰি আহোঁহৈ।" এই বুলি উলটাই গ'ল। ২২ ॥

বিশ্বসিংহৰ পুত্ৰ নৰনাৰায়ণ আৰু চিলাৰায়।—পাচে বিশ্বসিংহৰ মাল, শুক্ৰ প্ৰথমে দুই বেটা হ'ল। আৰু ১৬ বেটা হৈল, গোহাঁই কমল ৩, গোহাঁই নৰদান ৪, গোহাঁই ৰামচন্দ্ৰ ৫, গোহাঁই সুৰসিংহ ৬, বৃষকেতু ৭, ৰামনাৰায়ণ ৮, আনন্দ ৯, দিগুসিংহ ১০, মেঘচন্দ্ৰ ১১, মেঘনাৰায়ণ ১২, জগত ১৩, ৰূপচন্দ ১৪, হৰিসিংহ ১৫, মানসিংহ ১৬, মেচা ১৭, সূৰ্যাসন ১৮। এই ১৮ বেটাক বিশ্বসিংহে সবাকে অস্ত্ৰ-শস্ত্ৰ শিকাই মৃত্যুকাল সময়ত ১৮ বেটাৰ ১৮ টা চৌপোলা কৰিলে। লোহাৰ ১, মাটিৰ ১, পাথৰ ১, এইৰূপে ১৮ চৌপোলা ১৮ কৌৰৱক জৰ দিলে, বোলে, যাৰ যি চলে। মাটিৰ চৌপোলা মালে ললে, সোণৰ চৌপোলা শুক্ৰে ললে। এইৰূপে যাৰে যাৰে চৌপোলা ললে। মাটি দেখি মালক বুলিলে,—"তঞি ৰজা হবি।" সো দেখি শুক্ৰক বুলিলে,—"তঞি পাত্ৰইত যুদ্ধইত হবি।" চৌপোলা অনুক্ৰমে আনলোকক্কো দিক্ষাত্ত দিলে। পাচে মালক নৰনাৰায়ণ নাম দি ৰজা পাতিলে। শুক্ৰৰ নাম সংগ্ৰামসিংহ থলে। এওঁকে চিলাৰাইও বোলে, যুৱৰাজ হৈল। ২৩ ॥

বিশ্বসিংহৰ অন্তিম অনুৰোধ।—পাচে বুঢ়া হৈ ৰজা চৰ্চ্চা কৰি থাকোতে বিশ্বসিংহ পৰলোক হোৱা সময়ত নৰনাৰায়ণ চিলাৰাইক বোলে,— "মুঞি কৰাতে অসমৰ থাপিত-সাচিত নাম নলোঁ। মোৰ [illegible] হব। এটা

পালেহেতে নাংঞ্জা। তুইতে যদি পাৰ হৈল উদ্ধাৰ কৰিবি, আৰু যদি নোৱাৰ পুত্র-পৌত্রাদিক্রমে কে যাবি।" এই বুলি পৰলোক হৈল। ২৪ ॥

নৰনাৰায়ণ আৰু চিলাৰায়ৰ দিগ্বিজয়।—তাত পাছে নৰনাৰায়ণ চিলাৰাইএ বাপেৰ কৰ্ম্ম-কাৰ্য্য কৰি অৱসৰ হই আহোম ৰাজাক চলিল। ৰাজাৰ আহোমইও গোটেই কমলে মাৰমাৰি ডগৰলানি সমান কৰি দেহাৰৰ পৰাএ নাৰায়ণপুৰ পৰ্য্যন্তে এটা আলি বান্ধিলে। পাছে আহোম ৰাজাৰ পৰা চেতুৰক হৈল, তাৰ পৰা কছাৰীত আলি পুখুৰী খানি ত্রিপুৰাতো গৈ ভূলমান লৈ আহিল। হৈৰম্বাধিপ, গাৰোৰ ৰাজা আপুনি অধিনহি। মণী-মাহন কি নিলাম দি বুলিলে,—"মোত কি লোভ?" দৈৰাধি ৰাজা বোলে,—"লোক মোহৰ মাৰিবলৈ আজ্ঞা হক।" চেকশান দি বোলে,—"মোৰ নামে মোহৰ মাৰিবি, তোৰ নামে মোহৰ মাৰাবিবি।" দৈৰাধি ৰাজা বোলে,—"ভাল, তোমাৰ বাপৰ নামে মোহৰ মাৰিম।" ২৫ ॥

গৌড় যুদ্ধত চিলাৰায় বন্দী।—তাত পাছে বাৰেবঙ্গলা মাৰিবাক গৈল। তাক মাৰিলত গৌড় পাংসা সহিত ঘোৰ যুদ্ধ হৈল। পাংসাৰ বন্দুকৰ বৰ চালান তথাপি চিলাৰায় লোক পাছ নুহে। একজন বন্দুকৰ কোনত সকল সৈন্য পৰিল। একনা দি পাংসাৰ লোকে চিলাৰাইক বেঢ়িলে। যেতেহাঁন কাণ্ড আছিল নামে ধৰিব নোৱাৰিলে। পাছে দুইটোন কাণ্ড সাং হৈল। তেবে গিৰিধিতৰ ধাগৰি একমান আছিল, তাৰে একোখান লৈ মাৰিছিল। হাবীৰ পাত পৰিলে ইকাল দিকাল সৰকে। এইৰূপে দিলো সমস্ত হৈল। পাছে নালে-তৰোৱালে যুঁজিলে, অসংখ্য সৈন্য পৰিলে। "ঢাল-তৰোৱাল পেলাই দিব, নদি নিদিব তেবে বধ হিবৈ মাৰিব।" তাতে চিলাৰায়ে বোলে "প্রাণৰ কাতৰে ঢাল-তৰোৱাল পেলাই নে দিবিব ইপ্রোটি কোন ১ চিহ্ন।" এইমতে অনেক যুদ্ধ কৰিলে, যুদ্ধতে ঢাল-তৰোৱাল ছিগিল। পাছে হাতে হাতে যুদ্ধ হৈল। তেবে পাংসাই লোকে ধৰি সোণাৰ জোৰা লগাই পাংসাৰ আগ কৰিলেনি। ২৬ ॥

চিলাৰায়ৰ মুক্তি আৰু মৃত্যু।—যাৰ চিলাৰায় যুদ্ধত পকত হৈল পাংসাত অমাৰে। পাংসাও লোৰ ধনু এখান চৈদিব দিলে। গাৰ বলে ধনু চৈলোতে দি আগে বধ কৰা কাণ্ড পাত লোৱাই তল গৈ আছিল সেই কাণ্ড চট চট কৰি ভগাই গৈল। পাংসা দেখি বৰ বিস্ময় হল। উত্তম পুৰুষ জানি মণী-মাহন দি বিদায় দিলে।

শুনি ৰাজা বৰ আনন্দ হল; বোলে, "ভাতিজাই ৰাক ভাবিছে, ই গোট উত্তম কথা।" পাচে দণ্ড-ছত্ৰ সিংহাসন দি বিলাত ৰাজা কৰিলে। মহাৰাজা ৰঘুদেৱনাৰায়ণ সম সুন্দৰ পুৰুষ নাই। বত্ৰিশ বৎসৰ ৰাজাই কৰিলেক। ২৮ ॥

ৰঘুদেৱ আৰু লক্ষ্মীনাৰায়ণৰ বিৰোধ।—পাচে ৰাজা নৰনাৰায়ণে ৰঘুদেৱেত কৰ-ভাৰ থোকে, যেন ভাতিৰ লগত ৰণ একবাৰ মাত্ৰ আছিল। নৰনাৰায়ণ পৰলোক হল। তান পুত্ৰ লক্ষ্মীনাৰায়ণৰ লগত ৰণ হল। ৰলে লোৱাৰি ৰাজা ভঙ্গ হৈ আছিল। সেই ৰণত্তে ৰাজা ৰঘুদেৱৰ ছত্ৰখান বেহাৰতে ৰহিল। লক্ষ্মীনাৰায়ণে ৰণ জিনি ৰাখিলেক। ৰঘুদেৱ ৰাজাৰ শিল-খাঁ, ফতে-খাঁ, পুৰন্দৰ লস্কৰ ৰাজা জোৱাই, নিত্যাইচন্দ্ৰ নাজিৰ, ঠাকুৰ পঞ্চানন্দ, কবীন্দ্ৰপাত্ৰ, গজধৰ বৰুৱা, আনো বৰা-বুকক সহিতে মন্ত্ৰণা কৰি বেহাৰ মাৰিবাক যতন হল। আকে শুনি লক্ষ্মীনাৰায়ণ বিলাক খেদি আছিল। ৰাজা ৰঘুদেৱ জিকিল। লক্ষ্মীনাৰায়ণ ভঙ্গ হৈ গোল। ৰঘুদেৱ ৰাজাৰ বৰা-বুকক একো হানি নহল। ২৯ ॥

ৰঘুনাৰায়ণৰ পুত্ৰ।—পৰীক্ষিত, ইন্দ্ৰনাৰায়ণ, গন্ধৰায়, জয়সিংহ, মুকুন্দদেৱ, বলীনাৰায়ণ, মানসিংহ, মহীন্দ্ৰসিংহ, গোহাঞি-কমল, গোহাঞি-নায়চান্দ, ভুবননাৰায়ণ, গোহাঞি-ৰত্নাম, গোহাঞি-মেঘনাৰায়ণ, মধুনাৰায়ণ, বৃষকেতু, অনন্তনাৰায়ণ, প্ৰতাপনাৰায়ণ, বিজয়সিংহ। পাচে আগ্ৰাহন মাহৰ পূৰ্ণিমা তিথিত মহাৰাজা ৰঘুনাৰায়ণ স্বৰ্গী হল। ৩০ ॥

বলীনাৰায়ণৰ মৃত্যু।—পৰীক্ষিতে ইন্দ্ৰনাৰায়ণক মেচ লগাই মাৰ মুচৰি মাৰি ৰাজা হল। এই গণ্ডগোল শুনি লক্ষ্মীনাৰায়ণ কামাখ্যা থুৰিব দুৱাৰে ভিনা গোমাল। বৰ ৰণ হল। সেই ৰণতে লক্ষ্মীনাৰায়ণৰ ভাই বলীনাৰায়ণ ধৰিল। পৰীক্ষিতনাৰায়ণৰ ৰূপাৰৰ চাৰী ৰৰছি হানি মাৰিলেক; সন্ধ্যা সময় কোনোৱা ছলৰ বুলি নাৱানি মাৰিলেক। পাচে বলীনাৰায়ণ বুলি জানি, আপোনাৰ তৰোৱাল লগাই বলীনাৰায়ণৰ মাগত দিলেক, বোলে, "তুমি ৰাজাৰ ভাই, মজি পাইক হৈ তোমাক মাৰিলো। এতেকে তোমাৰ হাতে মোক কাটি, প্ৰায়শ্চিত্ত হোক।" বলীনাৰায়ণে বোলে, "তোক মাৰিলে কি হব? মহতে মজি জীৱাৰ নুই। বিশেষ মাৰ লোণ খাৰ তাৰ কাৰ্য্যত থাকি অকথা কৰিবাকো পাৰ। আৰু অজ্ঞানত মাৰিছাহঁ, তোৰ একো অপৰাধ নাই।" এই বুলি বলীনাৰায়ণ মৰিল। পাচে পৰীক্ষিতে

লক্ষ্মীনাৰায়ণক আনি আগৰ চন্দনেৰে বিধিপূৰ্ব্বক কাষ্ঠসংস্কাৰ কৰি ৰজি বেহাৰক পঠাই দিলেক। সেই ৰণতে পাৰ কাজি সহিতে বাৰজন কাজি ধৰি আনিলেক। ৩১ ॥

পৰীক্ষিত আৰু বেহেৰৰ কাজি।—ৰজাৰ ৰহীচন্দ্ৰসিংহ হাথী লক্ষ্মী-নাৰায়ণৰ ঠাঁই ভগাইলেক। আৰু লক্ষ্মীনাৰায়ণৰ দুই হাথী পৰীক্ষিতে ৰণত ধৰি আনিলেক। লক্ষ্মীনাৰায়ণে মাহাদে সহিতে ভাগি গল। পৰীক্ষিতৰ নগৰ এক পাঠানে লক্ষ্মীনাৰায়ণক ধৰিবাক খুজিলেক। পৰীক্ষিতে ধৰিবাক নেদিলেক, বোলে, "খুড়ী নগৰত আছে, বাজে ধৰিবা কৰিবোক।" পাচে লক্ষ্মীনাৰায়ণ ৰণভঙ্গ হই বেহাৰ গল। পাচে ধৰি অনা কাজিসকলে পৰীক্ষিতক সেৱা কৰিলেক। পাৰ কাজি সেৱা নকৰিলেক। ৰাজা পৰী-ক্ষিতে পাৰ কাজিত পুছিলেক, "আন কাজি মোক সেৱা কৰিলেক, তঞি কেনেঁ সেৱা নকৰিলি, কাৰণ কি?" পাৰ কাজি বোলে, "এই মুখে মহাৰাজা লক্ষ্মীনাৰায়ণক সেৱা কৰিছোঁ, তোমাক সেৱা কৰিব নোৱাৰোঁ।" সেই বাক্যে নিতে সহোদৰা কৰি তিয়া ৰাখিছিল। তথাপিও সেৱা নকৰিলেক। অনন্তৰে লক্ষ্মীনাৰায়ণৰ কটকী পৰীক্ষিতৰ ঠাই পঠাই দিলে, বোলে, "মোৰ কাজিসকলক এৰি দেওক।" পৰীক্ষিতে বোলে, "মোৰ বাপৰ ছত্ৰ বেহাৰত এৰি আহিছি, মোকো সেই ছত্ৰ দিওক।" পাচে ছত্ৰ দি পঠাইলেক, পৰীক্ষিতেও বঁটা-বাহন দি কাজিসকলক বিদায় দিলেক। পাচে পাৰ কাজি পৰীক্ষিতক সেৱা কৰিলেক। ৰাজা বোলে, "আগে যে সেৱা নকৰিলি, এতিয়া সেৱা কৰিলি, কাৰণ কি?" সি বোলে, "মহাৰাজা লক্ষ্মীনাৰায়ণ যেনত তুমিও তেনত। কিন্তু তেতিয়া সেৱা কৰিলি বুলিবা জীউৰ কাতৰে সেৱা কৰে।" এতেকে কাজিসকল বিদায় হ'ল। ৩২ ॥

পৰীক্ষিতৰ বিৰুদ্ধে মকৰম-খাঁৰ অভিযান।—পাচে বৎসৰ বৎসৰ পৰীক্ষিতে বেহাৰ মাৰি আনে। উপদ্ৰৱ সৈবাক নোৱাৰি খাঁনকক দি পাৎসা কৰিল যায়। আৰু গোচৰিলে, বোলে, "পৰীক্ষিতৰ কাৰণে ৰাজ্য কৰিব নোৱাৰোঁ।" পাৎসাই নবাব মকৰম-খাঁক আজ্ঞা কৰি, বাইশ উমৰাও সংগত দি লক্ষ্মীনাৰায়ণক বিদায় দিলেক, বোলে, "পৰীক্ষিতক ধৰি আনিবি, জীউ নামাৰিবি।" মকৰম-খাঁ আহিতে দৰঙ্গৰ ৰাজা ৰঘুনাথ ৰায় গোচৰ দিলেক, বোলে, "পৰীক্ষিতে নিষ্ঠুৰ উপদ্ৰৱ কৰে।" তাক আশ্বাস কৰিলেক। সিও

পাও চুই সেৱা কৰ।” পৰীক্ষিতে বোলে, “যি বুলিছে, ইখান বুলিব পাৰ। প্ৰভুসকলে আপোনাৰ মনমাফিকে হাতী মাৰি আহাৰ কৰে। তীৰ্থৰ আজ্ঞাত থাকি নাহি যাবে। আৰু মহাপ্ৰভুৱে আপোনাৰ আনন্দত বাগ-বুদ্ধিক পাত। কিন্তু তল-তন্ত্ৰ আনাত থাকি বাগ-বুদ্ধিক নাপায়। আপুনিও তেনেত। তেজ্ঞোৰ মোৰ শত্ৰুতা ভাৱ, প্ৰাণ গলেও সেৱা নকৰো।” পাৎশাই খং হৈ পৰীক্ষিতক ধৰি ৰাখিলেক। ১৫ ॥

লক্ষ্মীনাৰায়ণ আৰু পৰীক্ষিতৰ বিদায়।—লক্ষ্মীনাৰায়ণক বিদায় দি বুলিলেক, “তোৰ ৰাজ্যত কি নাই, খোজ মোত।” ৰাজা বোলে, “মোৰ ৰাজ্যত সকলো আছে, পুৰুষ কালি তৰোৱাল নাই, আৰ ইৰাকী ঘোঁৰা নাই।” ঘোঁৰা, তৰোৱাল দি বিদায় দিলে। পাচে মকৰম-খাঁ থাকি পৰীক্ষিতকো বিদায় দিয়াইলেক। পাৎশাই বুলিলেক, “তোৰ ৰাজ্যত কি নাই খোজ।” পৰীক্ষিতে বোলে, “মোৰ ৰাজ্যত সকলো পাৰ। পাৎশাৰ স্বৰূপ লোক বুলি লিখি দিওক, তাকে সেৱা কৰি থাকিম।” পাৎশাই বোলে, “যাকে তাকে দেখো। আমাৰ বংশৰ জগত বিৰোধ নকৰিবি, তোক দিলোঁ। বিৰোধ কৰাহ নষ্ট হবি।” পাচে সবিনয় আহিল। ১৬ ॥

পাৎশাৰ সমুখত পুনৰ্ব্বাৰ পৰীক্ষিত।—পাৎশাৰ ঠাই বিদায় হৈ আহিবৰ কুনি কামৰূপৰ নবা-বুকৰ ঢকাৰ নবাব ইচ্লাম-খাঁক লিখিলেক, “পৰীক্ষিত আহিলে আদি পলায়।” নবাবেও লেখা পালে। আৰু পৰীক্ষিত ঢকা আহিলত নবাবে কলে, “শুনিছোঁ, পাৎশাৰ ছবি আনিছা। ছবি এৰি মোৰ ঠাই আহিবেক। ছবি থাকিলে মোৰ উঠি সেৱা কৰিব লাগে।” পৰীক্ষিতে কথা নামানি ছবি লৈ নবাবৰ আগ হল। ছবি দেখি নবাব আগবাঢ়ি ছবিৰ সেৱা কৰি ক্ৰোধ হৈ পাৎশাক লিখিলেক। পৰীক্ষিত হাৰামজাদা বুলি কামৰূপৰ নবা-বুকৰ দেৱানকো দি পঠালে। আৰু ওচৰ-পাজৰৰ ৰাজা জমিদাৰকো অনাদৰ কৰি থাকে, সিও সমাচাৰ লিখিলেক, বোলে, “পৰীক্ষিতৰ এই সকল দুৰ্গুণ। বনোৰ বাবক ধৰি দি এৰি দিলা। ফিৰি বন পাইলি ৰাজ হইবাৰ নুই।” পাৎশাই নবাবক লিখিলেক, “ফিৰি মোৰ ঠাইক পঠাই দি।” পাচে পৰীক্ষিতক দিল্লীক পঠাই দিলেক। ১৭ ॥

ত্ৰিবেণী তীৰ্থত পৰীক্ষিতৰ দেহত্যাগ।—পাচে ত্ৰিবেণী-তীৰ্থ পালে হায়। ব্ৰাহ্মণক পুছিলেক, ই তীৰ্থৰ কি ফল-শ্ৰুতি?” ব্ৰাহ্মণে বোলে, “যি কামনা কৰি মৰে তাকে পায়। আত আত্মহত্যা পাপ নাই।” এই

কাটিলে।" এতেকে পাৎসাহো আগ-পাচ কথা অনেক শুনিলে। পাচে মকৰম-খাঁ নবাবক পাৎসাই পঠাই দিলে। পাৎসা বোলে, "ৰাজাক বিগোটে পেলে তাক ধৰি আনিবা।" ৪০॥

কামৰূপত যৱন।—মকৰম-খাঁ আহিবাৰ শুনি পৰীক্ষিতে আগবাঢ়ি ডুবুৰিত গড় দিয়া এক বৎসৰ যুদ্ধ কৰিলে। পাচে যুদ্ধ হাৰি ৰাজা ভাগি আহিল। সেই বেলা লক্ষ্মীনাৰায়ণ ৰাজাৰে পাচে ভেটা দিয়া গড় দিলে। তেবে ৰাজা মকৰম-খাঁত ধৰিব যায়। ৰাজাকো পাই ধৰি দিল্লীলৈ দিলে। সেই বৎসৰ পৰা কামৰূপ যৱনৰ অধিকাৰ হল, শক ১৫৩৪। অগ্ৰাপত্ত ৰাজা বন্দী হল। পাচে ৰাজা সে পাৎসাৰ হুজুৰ হল। পাৎসাহে ৰাজাক লক্ষ্মী-নাৰায়ণৰ পাৱ পাকুৰিবাক দিলে। ৰাজা পৰীক্ষিতে বোলে, "মঞি ছত্ৰ-ধাৰী ৰাজা কেনেকৈ পাও পাকুৰিম?" তথাপি ৰাজা পাৎসাৰ আজ্ঞা নকৰিলে; পাৎসাহো প্ৰশংসা কৰিলে। ৪১॥

পৰীক্ষিতৰ মৃত্যু।—পাচে ৰাজা পৰীক্ষিতে ৭০০০০০ সাত লাখ টকা দিয়া আপোনাৰ লেখক বিদায় কৰিলে। আৰু বীৰনাৰায়ণ, ৰূপ-নাৰায়ণ, শুকনাৰায়ণ, ভীমনাৰায়ণ, এই চাৰি বেটাক পাৎসাৰ চাকৰ কৰি দিলে। তেবে ৰাজা আহিতে প্ৰয়াগত মৃত্যু হল। লক্ষ্মীনাৰায়ণ ৰাজাও পাৎসাৰ আজ্ঞা কৰি আপোনাৰ ৰাজ্যত থাকিল। ৪২॥

বলী কৌৰৱৰ শৰণাপন্ন।—তাত পাচে পিঙ্গৰিৰে পৰা বঙ্গাল থাকি আছে, স্বৰ্গ মহাৰাজাৰো লোকে তৈতে পৰা সমাত্তে আছে। এইমতে দুই বছৰ গ'ল। সেই বেলা পৰীক্ষিত ৰাজাৰ ভাই বলী কৌৰৱে বঙ্গালত ভয়ে পলাই আহি ৬দেৱতাৰ পাৱত শৰণে পশিলহি, বোলে, "আমাৰ বংশে পৰিয়া-পাগনত মজিলে। স্বৰ্গদেৱ, তুমি ৰক্ষা কৰা।" শক ১৫৩৬, মাহ ফাল্গুণ। মহাৰাজাৰে এই কথা শুনি কিছো পৰিহা কৰিলে, বোলে, "মঞি মানুহ পঠাই কহিবাক দিলোঁ। কলাই ৰাজা মোৰ ঠাইত ভাগি আহোক; মঞি দক্ষিণে থাকিম, কলাই উত্তৰে থাকিব। বঙ্গালক মাৰিম। হকাৰে বুলিলে, 'মেৰ কুটুম্বত কৰি, মঞি কেঁচা কাম নকৰোঁ, পকা কামহে কৰোঁ। এতেকে মঞি পাৎসাৰ ঠাইকহে যাম। তেতেকে মোৰ বৈৰীক উচ্ছন্ন কৰিব পাৰিম।' এতিয়া সকলে কাৰ্য্য-কাম সিদ্ধি হল। তথাপি মই তোমাক ৰক্ষা কৰিম। আৰু বঙ্গালকো মাৰিম।" এই বুলি নিৰ্ভয় দি ৰাখিলে, আৰু কন্যা, গ্ৰাম, হস্তী-ঘোঁৰা, দাস-দাসী, ৰাজযোগ্য অলঙ্কাৰ আদি বিস্তৰ বস্তু দিলে, মাহ ফাল্গুণ, শক ১৫৩৬। ৪৩॥

বঙ্গালৰ আক্ৰমণ।—পাচে চাউলাই কোঁৱৰ পুৰুখো ধাপুত বৰগোহাঞি আকো বৰপাত্ৰৰ আনো বজাৰ্থী সমন্বিতে যত লোক চামনবাৰ্ত ৰহিলহেঁ। পাচে মহাৰাজাও সৈ মাণিকানকত ৰহিলহেঁ। বঙ্গালেও নাৱীক পাই গাড়ু হই আহি ভৰলী কাষৰে ৰহিলহি। আহোমো ভৰলীক মনা কৰি গড় দিয়া থাকিল। এইমতে এক মাস দেখা দেখি হয়া থাকিল। আহোমৰো আগু-য়ান সেনাবাগে ভৰলী কাষৰে সৈ বঙ্গালেৰে মাতামাতি কৰি থাকে। পাচে একদিনা বঙ্গালো খোঁৱা নাৱত তুলি কাপৰে ঢাকি ভৰলী পাৰ হৈ আহোমক ধৰিলে। পাচে বৰচেটিয়াৰ পুত্ৰ বতীয়া ডেকাক কাটিলে, বিচোপাত্ৰক ধৰি নিলে, পিন্ধনীয়া গোহাঞি পলাই এৰাল। আনলোকো কিছু পৰিল, পুষ, পল। ৪৭ ॥

আহোমৰ পলায়ন।—শুক্ৰবাৰে মাঘৰ সংক্ৰান্তিৰ দিনা, তেবে সকলে বঙ্গালে, আন লোকসবো ভাগি আহি ভৰলী গড় এৰি চামধৰাত ৰহলহি। পাচে ৺ৰে এই কথা শুনি আপোনাৰ দলাদেক চাউলাই কোঁৱৰক সবাৰে উপৰি অধিকাৰ কৰি দিছিলে; তাকো মাৰিবাক মনে ধৰি আনিলে। পাচে আইকুৰীয়ে নাতিহে একবালে। আৰু বৰগোহাঞিৰ দেওধ বন্দা চৌনিয়াৰ নাতি, বুঢ়াগোহাঞিৰ দেওধ লেচাই-কিচিকা, বৰপাত্ৰ-গোহাঞিৰ দেওধ পোৱালি বাধুৰ গোহাঞি, এই সমস্তকে ধৰি বৰি আনিব দিলে। ৪৮ ॥

যুদ্ধৰ যোগাৰ।—পাচে সেই সেনা হাড়ি, বহি, পুৰুখো মতেক আনো গড়ভিতৰিয়া কাড়ী আছিল সবে ৰাজাক বুলিবাক লাগিল, "স্বৰ্গদেৱ! তুমি মহাৰাজা হৈ কি কাৰণে বালিত মুখ পাই আছা, আমাক যুদ্ধলৈ কিয় পঠাই নেদা? আমাক কি কাৰণে কাপুৰুষ শিকাইছা?" তেতিয়া লেচাম চিনি, পুৰুখো মত আনো গড়ভিতৰিয়া কাড়ী আছিল সকলোকো পঠাই দিলে, ভৰলীৰ গড় পুনৰ্ব্বাৰ নবীন হৱ যেন বুলিলে। এই কথা গোহাঁইসৱে শুনিলে, বোলে, "তিনি দেওধ সবে কোঁৱৰক যে ধৰি দিলে আমাতেৰে ধৰে।" ৪৯ ॥

যুদ্ধ-যাত্ৰা।—পাচে ৰাজাগনে সবে গোহাঞিসবোৰে আলচ কৰি ভৰলীৰে উজাই তিনি জন মলং পাঠিলে ভৰলীত পাৰ হৈবাক বাধি। পাচে এই কথা ৺ৰে শুনি চাউলাই কোঁৱৰকো তিনি দেওধকো নামাৰি পঠাই দিলে। পাচে ধাপুত বৰগোহাঞি, নাকু বৰপাত্ৰ, তিপাম ৰজা, নাম-ৰূপীয়া ৰজা, চাৰিং ৰজা, কনক সন্দিকৈ, বকঃ বৰচেটিয়া, লেচাম-পেৰুৰ,

পুত্ৰ, ৰবাণ কৌৱৰ, শুঁকিল বৰা, হাতীবৰুৱা, বেটুৱা বৰা, এই সমস্তে উজায় চৈ থাক। সেই সকলৰ উপৰি ফেঁৎৰা ৰাজখোৱা ভৈল। লেচাম সন্দিকৈ শিকচাই চেতিয়া, লেচাম-পৰ ভণ্ডাৰী, নাম্ভু নেওগ, চিৰিংপাং, চাউলাপানা, নাঙ্গি নেওগ কুলকুৰবৰ পুত্ৰ নামুক গোহাঞি, চাওলাং বৰুৱা, এই সমস্তে নাৱে গৈল। আনো যত যুদ্ধাৰ তাৰ কোনে অন্ত পাইব। ফুকন বৰুৱা-সকলো আন সেনাপতিৰ বা কোনে অন্ত পায়। ১২০ ছকুৰি সৈন্যৰ হস্তী আগুৱান লই যায়। ৫০ ॥

যুদ্ধাৰম্ভ।—মাঘৰ ১৫ দিন যাওঁতে শনিবাৰে প্ৰভাতে ফৰঙ্গৰ সেনাত নাৱে-স্থলে চাপি যুদ্ধ ধৰিলে; হাতীয়ে আগবাঢ়ি গড় ভাঙ্গি উঠিল। পাচে সেনাসকলো উঠি যাবে যতে পাৰে তাতে কাটিবাক লাগিল। বঙ্গালে গাহু ৰহিবাক নাপালে; কতো নিতম্বে পলাই কটা গ'ল, কতো অস্ত্ৰ-শস্ত্ৰ ধৰি যুজিলে। বঙ্গালেও কিছু কৰিব নোৱাৰি থানৰপৰ উঠিকি লোহিতৰ নিকটে গানিত চাপি ৰহিল। সেই সময়ত ১২ নৌ চিপাহী ফেঁৰা গোহাঞি সমে তাৰ কিছু সৈন্য নগত নৈয়া খোৱাতে চৰিয়া আহোমৰ বেৰ ভাঙ্গি বাজ হৈয়া পলাই গ'ল। সত্ৰাজিতো দুখন নাৱেৰে সৈন্যৰ মাজৰ পৰা এৰাই গ'ল। ৫১ ॥

বঙ্গাল বধ।—আহোমেও পাচে যত বঙ্গাল ভগাইলে তাক খাগৰিৰ খুড় দিয়া ধৰে। তাৰ মাজৰ পৰা যাস্তে যেন তৈ যি আছে তাক নাকাটি পাৰকৈ আনে। সেই বেলা বৰগোহাঞিয়েও আধো গোহাঞিকো আপোনাৰ ভিতৰ কৰি আনিলে। একৰাতি তেলেৰতে বেৰাৰ ভিতৰতে বঙ্গাল আছিল। আন দিনা এক পুখুৰৰ উপৰে সবো বঙ্গালক বেঢ়ি কাটিলে। বঙ্গালৰ সৰাবে উপৰি তাৰৰ যি হৈছল থানকৰ নবাব সিও পৰিল। ভগৱান ৰাঙ্গ, গফুৰ চান্দ, জাহিৰ-বেগ, মীৰ্জা-নবি, জামাল-খাঁ, দক্ষিণে আহলাদ-খাঁ এই সব কটা গ'ল। ৰাজা জগদেৱ, গন্ধৰ্ব্বৰায়, খাৰাৰায়, কানাৰাজা, হাড়া প্ৰতাপসিংহ, ইন্দ্ৰমণি, নৰসিংহৰায়, ভগৱানৰায়, কৰ্মচন্দ, এই সবে ১০ ৰাজা নাৱে খেৰ ধৰি বোলে, "আমি মহাৰাজাৰ শৰণীয়া বন্দী হৈলো, আমাক নাকাটিবা।" পাচে তাসবাক নাকাটিলে। ৫২ ॥

বঙ্গাল-বন্দী।—এই কথা বৰুৱাসকলে ৵ৰ চৰণত জনালে। পাচে মহাৰাজা নামুৰ পঠাই গলে হেজুলীয়া ডাকুৰ দিয়া গড়গাঁৱক অনালে। আৰু সত্ৰাজিত মোহনসিংহকো ডোঙ্গি ধৰি আনিলে। আৰু যি বঙ্গাল কাণ্ড

ৰাক এৰি ৰৰিল তাকো মাকাটি ধৰি আনিলে। আনো বঙ্গাল সমস্তে কটা গ'ল। আহোমৰো তৰে হাতীবৰুৱা পৰিল, প্ৰীতিন ৰথা, গৰাল ৰথা পৰিল। মাৰত পৰিল লেচাম সন্দিকৈ, চিৰিঙ্গা"। তেনে সেই বেলা ৺দেৱতাৰৈ জনালে, "বঙ্গাল ৰণত ভঙ্গ হল আৰু নাগৰিৰ তিনি তৰপীয়া চিঠি দিয়া বঙ্গালক বেঢ়ি থৈছো।" পাচে এই কথা মহাৰাজা শুনি তৎকালে যেন্দা পঠাইলে, বোলে, "বঙ্গালক মাৰানি। কেনুৱা উমৰাওলোকে মোক খুজিবলৈ আহি আছে তাক নই চাবলৈ যাওঁ।" এই শুনি যেন্দা পঠিয়াই দিয়া ৺দেৱে চামৰবাটৈল গৈ বঙ্গালক চাবৰ বলে। ৫৩ ॥

আহোমৰ জয়।—পাচে মহাৰাজাও শুনিলে সমস্ত বঙ্গালক কাটি গোহাঞিবোৰ পাৰ হৈ আহিল যেন। এই সময়তে ৰাজাৰ দলাৰেক চাউনাই কোঁৱৰকো মাৰিলে। গোহাঞিবোৰৰো নেওগবিলাকো কাটিলে। ৰুৰুং চেতিয়া পলাইছে এবাৰ। তিনিজনা গোহাঞিকো থছিলে। তিনিজনা গোহাঞিৰেও সুধিলে, "আমি কেনে ৰণ কৰাই থম।" বঙ্গালক কাটি মাৰি পালে হস্তী ১২ টা, ঘোঁৰা ৯০০, আন যত কাও লাগি মৰিল আৰু বাঁজত ৰাহুনঙ্কা ঘোঁৰা কাটিলে, তাৰ কোনে অন্ত পাব? গাচক পাৰ ২০০ আৰু বঙ্গালৰ যতেক হিলেদাৰী ততেকৰ ততেক দিলৈ, তৰোৱাল, যাঠি, জমদাৰ, ধনুৱা, এই সকলৰ সীমা নাই। সমস্ত পালে ৮৪, যি কিছু আহিলা-পাতি লোহিতে পৰিল তাকে মাত্ৰ নাপালে। শক ১৫৩৭, মাস মাঘ, ১৬ দিন গতে, দেওবাৰে, তেনে সেই বেলা চাবুং-পিকচাই সহিতে আহোমে থৈ বাজনীত থানা কৰি ৰহিল। ৫৪ ॥

মহাৰাজা ডিমৰুৱাৰ গৰাকী।—১৫৩৩ শকত, আৰ নৰনাৰায়ণৰ দিনত কম্বাৰীৰ পৰা ডিমৰুৱা ৰাজা চৈধ্য হাজাৰ লোকেৰে ভাগি আহিল। বাৰ্হৰৰ ভাই পাতীশ্বৰ ৰজাই নৰনাৰায়ণে দীঘলি আহাৰে ৰাজা চলাপ কৰি দিলে। পাতীশ্বৰৰ বেটা চক্ৰধ্বজ ৰাজা হই নৰনাৰায়ণৰ ঠাইক নাথাৰ। পাচে নাগাৰৰ চই ১২ বৎসৰ বন্দী কৰি থৈছিল। চক্ৰধ্বজৰ বেটা গোৰাজসিংহ; গোৰাজসিংহৰ বেটা ৰত্নাকৰ, প্ৰভাকৰ ৰাজা হল। সেই বেলা বকৰৰ-খাৰে পৰীক্ষিত ৰাজাক ধৰি নিলে। সেই সময়তে জয়ন্তাৰ ধনমাণিক ৰাজাৰে ডিমৰুৱাক মাৰি প্ৰভাকৰক ধৰি নি বন্দী কৰি থৈছিলে। পাচে ধনমাণিক ৰাজা হৈ প্ৰভাকৰক দাঁতা দি নেদি পঠালে। পাচে প্ৰভাকৰৰ বেটা ৰত্নন

ৰাজা কাছনীত হাবুং-পিকচাইৰ ঠাইক আহি মহাৰাজাত শৰণে পশিলহি। মহাৰাজাও বঁটা-বাহন তেজ্জম্ কলা হস্তী দি বিদায় দিলে। সেই কালৰ পৰাহে ডিমৰুৱা মহাৰাজাৰ হ'ল। ৫৫ ॥

দৰঙ্গ ৰাজা ধৰ্ম্মনাৰায়ণ।—তেৱেসে মহাৰাজা বলীকোঁৱৰক ধৰ্ম্ম-নাৰায়ণ নাম দিয়া দৰঙ্গত ৰাজা পাতিলে। আৰু চন্দ্ৰনাৰায়ণ, কুশনাৰায়ণ প্ৰমুখ্যে পৰীক্ষিত ৰাজাৰ যত কোঁৱৰ আছিল সবে আহি মহাৰাজাক সেৱা কৰিলেহি। তেবে মহাৰাজাৰ প্ৰসাদে গ্ৰাম ভূমি লৈ ৺তাক সেৱা কৰি থাকে, কতো দেশক যায়। আৰু দখিণকুলীয়া ডিমৰুৱা আদি কৰি যতেক ৰাজা আছে সবে আহি ৺দেৱক সেৱা কৰিলেহি কোচ, কপাহ, কাপোৰ আদি আনো সম্ভাৰসকল লৈ; আশ্বিন মাসে, শক ১৫৩৯। তেৱেসে ১৫৩৮ শক মাঘত চামধৰাত গড় বান্ধিলে। ৰাজাৰ কোঁৱৰ ৰবি গোহাঞিৰ মৃত্যু, শক ১৫৩৮। ৫৬ ॥

বঙ্গাল ধৰিবৰ মন্ত্ৰ।—আৰু পুনৰ্ব্বাৰ দখিণকুলীয়া, উত্তৰকুলীয়া, চেকেৰীয়ে ৺তাক উদ্ধাৰ কৰালেহি, বোলে, "স্বৰ্গদেৱ মহাৰাজ, আমি যতেক চেকেৰি আছোঁ সমস্তকে ৰাজা পৰীক্ষিতে তোমাৰ দুই পাৱত তলে দি গৈছে; আৰু বুলিলে, 'মোৰ যত কোঁৱৰ-কুঁৱৰী আৰু যত বালেক আছে সবাকো দেৱ-কুটুম্বৰ হাতিতেহে ডাত, খান হাতত তাৰ ৰক্ষা নাই।' এখন স্বৰ্গদেৱে যদি আজ্ঞা কৰে হাজোত দিবা বঙ্গালখানি আছে তাক ধৰিবাক বুদ্ধি, আমাকো সেৱৰ লোকজনকো পাঠোৱক; সেৱৰ লোকক পাচ কৰি আমি আগ হৈ ধৰিমগৈ; এতেকে দখিণকোল উত্তৰকোল সমস্তে ৺তাৰ হব।" এই কথা শুনি মহাৰাজা আনন্দিত হ'ল, ভাল বুলি পঠালেগৈ। ৫৭ ॥

চামধৰাত গড়।—পাচে আহোমত মহাৰাজাৰ আজ্ঞাত তিনি জনা গোহাঞি প্ৰমুখ্যে সমস্তে সেনা চেচামুখে গড় দিয়া ৰহিলগৈ, মহাৰাজাও চামধৰাতে ৰহিল। এইমতে মাঘ গ'ল। বঙ্গালো চেক-কমল প্ৰমুখ্যে হাজো পৰ্ব্বত ভূমি আছে। পাচে আহোমে পৰ্ব্বতক বেৰি গড় দিলেগৈ। আৰু দক্ষিণে বা যত নাৱ আছিল, তাক ডাঙৰী গোহাঞি প্ৰমুখ্যে লোহিতে লৈ ভেটিলে। ৫৮ ॥

বঙ্গালৰ পলায়ন।—বাইবো ধৰ্ম্মৰাজা পুবে-উত্তৰে তিনিজনা গোহাঞি প্ৰমুখ্যে ৰহি আছে। বঙ্গালো ভাগিবাক লাগি হৈল। তেবে সেই সময়তে লেচাম-চিৰিঙে তিনিজনা গোহাঞিকো গালি-বচন বুলিলে, "বঙ্গাল যে ভাগে

তোমালোকে গৰব কিয়?" এই বুলি লোকসকলোকো কোবাই যুদ্ধক সমুখে পৰ্ব্বতত তুলি দিলে বঙ্গালক কাটিবাক প্ৰতি। বঙ্গালো গাছু হই আছে। পাচে বলত মুখে তিনিজনা গোহাঞি যালো সকল আহোম পৰ্ব্বতত উঠি যাওঁতে বঙ্গালে যোঁৱা মেলি যাকে যোতে পালে তেতে কাটিলে। থকুৱৰু বুঢ়াগোহাঞি পৰিল। নাও-মাৰৱা, আহিলা-পাতি, যত হিটৈ, সকলে পৰিল। যত লোক পৰিল তাৰ সীমা নাই আৰু হস্তী পৰিল ৮০ কুৰি। কেঁৱা গোহাঞিয়ে খানুৱা কৰাই হাতীক ধৰিলে। পাচে তাক আচান বাৰি পেলাই নগাঁৱক আহিল। পাচে যুদ্ধ হাৰি পুনৰ্ব্বাৰ কাজলীত বহিলহি, শক ১৫৩৯। ৫৯ ॥

বিষয়াৰ শাস্তি।—পাচে ৮য়ে বাপুত সৰগোহাঁই তিপাম ৰাজাক লোহাৰ ডিঙ্গৰা ভৰাই আনিলে বন্দি, ওপৰে পিকদান ধৰি আহিল। নাম্ভু নেওগক যুদ্ধত কোবাই মাৰিলে। লেচাম-চিৰিং, নালুক-ফুকন, নাহন, তিনিকো ৰাইটেৰে চেপি মাৰিলে চিলাতলিত। আৰু উত্তৰকোলৰ ভূঞা, মৰঙ্গিৰ হাজৰিকিয়া, শইকীয়া, এইসকলক মাক পালে সৰাকে মাৰিলে। সেই সময়ত লাঙ্গি ৰবকুকন নাম দি কাজলীলৈ পঠালে। সেই সময়ৰ পৰাহে ৰবকুকন নাম হল। ৬০ ॥

সন্ধিৰ যত্ন।—পাচে মহাৰাজা গড়গ্ৰামক আহিল। সেই বেলা ঘাৰিকাত পাট ললে। তাত পাচে ছেক-কমলৰ আগত বিবৰ্কাজিয়ে বোলে, "নবাবৰ আজ্ঞা হলে আচানক মিল-প্ৰীতি কৰাই হস্তীদন্ত, আগৰ কাঠ অনাই দিব পাৰোঁ।" নবাবেও ভাল বুলি শলাগিলে। বিবৰ্কাজি আছিল আগিয়া-ঠুটিত, আমাৰ লাঙ্গি ফুকন আছিল কাজলীত। পাচে বিবৰ্কাজিয়ে আগ-চকী ধনুৱাৰ্দ্দলৈ আহি লাঙ্গি ফুকনৰ ঠাইলৈ প্ৰীতিৰ কাৰণ কৈ পঠালে আমাৰ চকীয়ালতলৈ। ৬১ ॥

বিবৰ্কাজি বন্দী।—পাচে ফুকনেও এই কথা ৮ত জনাবত ধৰাছৰ কটকীক পঠাই বোলে, "ফুকনেও তাক উপাই কৰি কাজলীলৈকে অনাব।" পাচে ফুকনৰ আজ্ঞায়ে ধৰাছৰে সত্য-শপত কৰি কাজিক উপাই মন্ত্ৰণাৰ দ্বাৰায়ে নাৱত তুলি আনিলে। পাচে কাজিয়ে উমানন্দৰ সেইবানিতে খুলিলে, "ধৰাছৰ, দেখ, মোৰ কৰণত দুই তৰোৱাল আছে, তোৰ নাৱৰ দুই বাৰৰ মনুষ্য খৰাপ কৰিবোঁহতে, যাতো ৩/৪ জন ব্ৰাহ্মণ আৰু পুৰোহিতো, দুয়ো ব্ৰাহ্মণৰ কোনোখান হব বুলিহে হাত জপাই ৰহিলোঁ। মোৰ কপালে

বিশ্বাস হই গৈছে।" পাচে ফাকলী পালেহি। ফুকনে কথাবাৰ্ত্তা হৈ বোলে, "ভাল, কালি যে আহিছে ৮ক সেৱা কৰি জীৱকটৈ। এই বুলি মন্ত্ৰণা কৰি গড়গ্ৰামলৈ পঠালে। পাচে বনাহৰে দি ৮ৰোজাক হজুৰ কৰিলে। ৮এ বোলে, "কালি এখন থাকক, মোক বখানকে নিয়াব নোৱাৰে নালে।" এই বুলি বাঘচোৱাত ঘৰ-দুৱাৰ সাজি দি ৰাখিলে, যাবলৈ নাপালে, শক ১৫৪০, মাহ জৈষ্ঠ। ৬২ ॥

তিনি কুঁৱৰীৰ মৰণ।—তাত পাচে পাওসাৰ ভাই মীৰ্জ্জা-নাথন দক্ষিণকোল পাৰ হৈ ধৰ্ম্মনাৰায়ণক ধৰিবলৈ গৈ, তেবে ৰাজা পলাই এৰাল। তিনিজনা কুঁৱৰী হাতীৰ ওপৰত গুলী লাগি পৰিল। পাচে আহোমে গৈদি সৈ যুদ্ধ দিলে, তেবে মীৰ্জ্জা-নাথন ভঙ্গ খাই পলাল। হাতিবহিবে একলে খেদি গৈয়া পৰিল। ৬৩ ॥

সত্ৰাজিতৰ আক্ৰমণ।—পাচে সেই সময়তে মাধোগোবিন্দেও আহোমৰ সৈন্য লৈয়া বৰেকাৰী সীমা কৰি দক্ষিণকোলে যাত্ৰা হ'ল। বজালো দক্ষিণকোলে পাৰ হ'বলৈকে নোৱাৰে, তাৰ বাবে মহাৰাজা ২০০০ কাঠী দিয়া নিশ্চয় আছে। সত্ৰাজিতে লোক বুলি মানোক নাৰেঁাগৈ বুলি আছিল, আহোমৰ কাৰণে নোৱাৰে। সত্ৰাজিতৰ ভতিজাক উগ্ৰনাৰায়ণ পৰিল আৰু ভৱানীনাথ পৰিল। এইমতে উত্তৰে দক্ষিণে বলে লুকাই কতাই যাবে, লেখাই ধন দকবে, সত্ৰাজিতে দুৱাৰলৈ আহি আছে দণ্ডে হাত তালে। ৬৪ ॥

শৰণাগত সত্ৰাজিত।—পাচে সত্ৰাজিতে কিছু কৰিব নোৱাৰি মহাৰাজাক বাপ মানি আৰ্জ্জীন কৰি পঠালে উমৰ কানাই দুই দুঁইলত কৰি মহাৰাজাৰ ঠাইক লাগি। জাফৰি, পানক, তাৰ, মুক্তা, প্ৰবাল, আনো বাণৰ সকল দি পঠালে। তাক পত্ৰত লেখিলে, "মহাৰাজৰ বেটা হৈলো, ৮ৰাজা যদি বেটা বোলে বেটা, নফৰ বোলে নফৰ। মক্তি বেৰতে দুৱাৰত বহে। সেৱত কৰিব।" ৬৫ ॥

সত্ৰাজিতৰ পত্ৰ।—পত্ৰ এই—

স্বস্তি অখিলগুণ-গণনীয়-পৰমপবিত্ৰ-যশোৰাশিমণ্ডিত-
দিশাদিগন্তৰাগাবি-পটলোৎপাটন-শ্ৰীশ্ৰীমহাৰাজা-প্ৰচণ্ডপ্ৰতাপেষু—

সোৱাসৰাম লেখনং কাৰ্য্যঞ্চাগে তোমাৰ কুশল হামেচা চাহো। ফেৰ হামাৰে নিয়াৰ খোৰ খোৱগা আৰ তুমি এতবাৰ নওৰাজ

সেচাম তেকাকে কুইতকৈ ৺লৈ কৈ পঠালে, বোলে, "সোণাৰি মুদৈয়ে চকাত বঙ্গালৰ আগত, আবাৰ সকলে সন্ধেৰ কথা কৈ ৺ৰে প্ৰীতি কৰাব পাৰে।" এই বুলি উকিল-পত্ৰ আনিছে। ৺ৰ বচন হলেহে আনিব পাই।" ৬৮ ॥

মুদৈৰ মৰণ।—পাচে এই কথা শুনি ৺এ বোলে, "সি বাপাৰি, বাপাৰৰ কাম কৰিব। মোৰ সন্ধেৰ কথা কৈ কেমনে উকিল-পত্ৰ আনিছে?" এই বুলি ৺এ সোণাৰি মুদৈক, ময়হৰি মুদৈক, নৰহৰি মুদৈক, এই তিনিক কুকুৱাতে কাটি পচুৱান ভুৰ বান্ধি উটাই পঠালে; আৰু পাইকো কাটিলে কুকুৰি ৪০। কুকুৱাৰ পৰা বঙ্গালৰ কটকীক ওলটাই পঠালে। ৬৯ ॥

সত্ৰাজিতলৈ কটকী।—তাত পাচে কনৌৰা কটকীক সত্ৰাজিতৰ ঠাইক পঠাইছিলে। পাচে কটকীৰ বস্তু চোৰে নিলে, এই কথা সত্ৰাজিতে শুনি পিতলৰ কলহ ১ যোৰ, কাপোৰ ১ যোৰ, রূপ ২০ সেৰ আৰু বাৰৰ বস্তুজাত সহিতে দি পঠালে। নাৱৰৈচাৰ কিছু নিদিলে। পাচে আহিলত নাও-বৈচাৰে মহাৰাজত গোচৰ দিলে, বোলে, "৺ৰ কটকী হৈ যে বঙ্গালত বস্তু বুজিব পাইনেকি?" পাচে মহাৰাজা সাৰী ধৰি সুধিলত কটকীয়ে বোলে, "মোৰ বস্তুজাত চোৰে নিবৰ শুনি আপুনিহে দি পঠাইছে, মই পোৱা নাই।" ৺এ বোলে, "এই কথাকে কোনে জানে?" কটকীয়ে বোলে, "ভেলাইয়ে জানে, আগচকীয়ালে জানে।" ৭০ ॥

কটকীৰ শাস্তি।—পাচে ভেলাইত লাঙি কুকনক সুধিব দিলে। কটকীকো ডগৰী গোহাঁইক বন্দীকৈ ধৰ দিলে। পাচে সাত কটকীৰ লগত বন্দীকৈ থলেনি। একদিনা মহাৰাজা পৰ্ব্বতৰ পৰা আহোঁতে হাতী-শালত দেখি সাতকো কাটিব দিলে। ডগৰী গোহাঁয়ে সাতো সাতৰ লগত থলে, এতেকেহে সাতৰ লগত আঠকো কাটিলতৈ উদিকা কাথকটৈ দিলে। কনৌৰা কটকীয়ে বোলে, "সাতোটাকে কাটিব দিছে, মই ইহঁতৰ লগৰ নহওঁ। মোক আন দহিতেহে বন্দী কৰিছে।" তথাপি নেৰোতে টকা মাগিলে, ধৰাজনে টকা দি এৰাল। তাত পাচে লাঙি কুকনে গোধ-পোছ কৰি জনাই পঠালে, বোলে, "হই, সত্ৰাজিতে শুনি আপুনিহে দিলে।" ৭১ ॥

সত্ৰাজিতক ধৰিবৰ উপায়।—পাচে ৺দেৱে কটকীক আনিব দিলে। পাচে ডগৰী গোহাঁয়ে কাটিবৰ কথা কলত ৺দেৱে বৰ অসন্তোষ কৰিলে, গোহাঁইকো লাহ ধৰি থৰ্জিলে। বৈচান-ধৰা শইকীয়াকো কাটিলে, চাও-

লাহকৈ কাটিলে। তদনন্তৰে বৰফুকনে ৶ দেৱত কলে, "মোৰ মানুহ এটি আহি তাৰ্হী মিলিব বাৰ্ত্তা কৈছেছি। আমাৰ বুজক প্ৰতি বয়ান দিয়ব আহিছে।" এই কথা মহাৰাজা তেলাইটৈ সুনি পঠালে। তেলায়ে বোলে, "মোক স্বৰ্গদেৱে এই কথাৰ ওপৰে থৈছে, মই এই কথা জানিবৰ নাই। বৰফুকনৰে কেনেকৈ কথা মই নাজানো।" পাচে স্বৰ্গদেৱে বোলে, "তোৰ যি কথা তাক কৰি, তই এই কথা কেনেকৈ কৰ ?" এই দায় ধৰি বনডুক কটকীক কাটিলে। আৰু পাচে সত্ৰাজিতে তাৰ বংশৰ দহেৰীয়া পুতেকটিকে তাৰে থাইকে মহাৰাজাৰ সেৱা কৰিবলৈ সবাতিৰ লগত পঠাই দিলে। পাচে স্বৰ্গদেৱে পৰ্ব্বতীয়া বৰগোহাঞিক সুধিব দিলে। গোহাঁয়ে বোলে, "দীঘা-লোক পঠাবৰ উচিত নহয়, কথা-বাৰ্ত্তাকো পাত্ৰ নুই, নবীও একো কথা নেজানে, ইহঁতৰে মই কি কথা হব ?" এই বুলি নুবুলিলে। পাচে স্বৰ্গ-দেৱে বৰগোহাঁইক বঞ্চিলে, বুঢ়াগোহাঞিকে, বৰপাত্ৰকে সুধিব দিলে, পাচে স্বৰ্গদেৱেও সুধিলে। হস্তী এটা, ঘোঁৰা ২টা, হীৰ হাৰ, কৰ্প ২০০০, দি ৶এ বিদায় দিলে। পাচত বৰগোহাঞিক বং কৰি ভাঙিলে। আৰু পাচে মহাৰাজা লাঙ্গি ফুকনক আজ্ঞা কৰিলে, বোলে, "কেনেকৈ পাৰ উপায় কৰি সত্ৰাজিতক ধৰি দিয়াক, তেলাইবে কথা হই।" পাচে লাঙ্গি ফুকনে তেলাইক বুলিলে, তই কেনেকৈ পাৰ সত্ৰাজিতক অনা আমিয়েবে কথা হবলৈ বুলি। যদি আহে আমাটৈ বাৰ্ত্তা জনাবি। আমিও যাম্ হই উমানন্দৰ বালিলৈকে যাম।" ১২ ॥

উমানন্দত সত্ৰাজিতেৰে দেখা-দেখি।—পাচে তেলাই দৈ বৰফুকনৰ আজ্ঞা সত্ৰাজিতত কলে, "ভাই নবাবেৰে দেখা-দেখি নওঁহও।" আৰু বুলিলে "যদি আহে আমিয়েবে কথা-বাৰ্ত্তা হবলৈ, তেবে আমিও যাম উমানন্দৰ বালিটৈ, তেবো আহিব টৈতেক লাগি, এই বাৰ্ত্তা শীঘ্ৰে আমাটৈ জনাবি।" সত্ৰাজিতে বোলে, "একদিনাটৈ আমিও যাম।" এই কথা তেলায়ে বৰফুকনটৈ জনাই পঠালে। পাচে বৰফুকনে কাজলীমুখীয়া গড় ফুকন হাজৰিকীয়া সবাকে লগত লৈ উমানন্দৰ বালিত বহিলগৈ। সত্ৰাজিতেও তিনিকুৰি নাওকৰেৰে আহি দেখা-দেখি হ'ল। বামটৈ গুঠিন মাহোৰে কোনোগান হবে বুলি। বৰফুকনে সত্ৰাজিতটৈ ভেটি এলেন, কেটা ১০০ খান, খন্দা ৩০ খান কলীয়া পটীয়া ৪০, শাড় ৭টা ; সত্ৰাজিতে দিলে দগচা ২০ খন, আহৰি ২০ খন, পাগৰি ৪০ খান, চিটি ৩ খন, তাঁৰ ৪০ কুৰি, পোৰোল ২০ থাব, শক ১৫৪১, মাস চৈত্ৰ। ১৩ ॥

সত্ৰাজিতৰ ষড়যন্ত্ৰ।—তাৰ পাছে কতো দিন অন্তৰে চন্দ্ৰনাৰায়ণ দুই তিনি প্ৰৰ্ব প্ৰজাই গ'ল আৰু গঞ্জিল পৰা। তাত পাছে বালগোবিন্দৰ বেটা মধুনাৰায়ণক ধৰ্ম্মৰাজা এই পাৰ কৰি গাদ ধুচৰি নাৰিলে, বোলে, "তোক ৰাজা পাতিব দিলো, তই স্বতন্ত্ৰ হবি কিয়?" পাছে পুত্ৰৰ মৃত্যু শুনি বোকোৰখান কৰে বুলি তুৰ্কীৰপৰা নাহে। বালগোবিন্দে মহাৰাজাৰ আজ্ঞাতো কড়েৱাৰী পৰ্য্যন্ত ৰাজ্য থই আছে। মহাৰাজাও বালগোবিন্দক মাতি পঠায়, তথাপি নাহে। বালগোবিন্দয়ে মহাৰাজাত হাবানখোৰ হৈল, তাক সত্ৰাজিতেও জানিলে। পাছে সত্ৰাজিতে কটকীত কৰি পত্ৰ দি পঠালে, "মহাৰাজাদেৱৰে যদি লোক খাঞ্জা কৰে মই বালগোবিন্দক ধৰি বান্ধি গুপ্ত-পীনিত বাৰ্দ্ধি দি পঠাম। ১৪ ॥

সত্ৰাজিতৰ বিশ্বাসঘাতকতা।—পাছে স্বৰ্গদেৱে এই কথা শুনি বড়-ফুকনী, ডাংৰধৰি, গোহাঁই, এই তিনিক শীঘ্ৰ কৰি পঠালে, বোলে, "বাঙ্গাল পাঠেৰে তইঁত আহিবি।" তদনন্তৰে সত্ৰাজিতে পশ্চিমে বাঙ্গাল বেড়িলে, পুবে আহোমে বেৰিলে। পাছে বাঙ্গাল তাপি বঙ্গালটো গল। সত্ৰাজিতে বালগোবিন্দক ধৰি চকাটৈ দি পঠালে। আহোমক নিদিলে আবদুৰ-ইছু-লাবক দবে। পাংগাৰ ঠাই লোক বুদ্ধিয়া কৰিব বুলি ইকথা মনতে থাকিল। তদন্তৰে স্বৰ্গদেৱে শুনিলে, ধৰ্ম্মৰাজত জগৰ লগাবৰ কাৰণেহে বাক্তি ফুকনে বালগোবিন্দক তুৰ্কীলৈ পঠালে। সত্ৰাজিতকো ধৰি আনিব পাৰিলেহতে, কিন্তু বিজয় কাৰণেহে নধৰিলে। আক চকাৰ মৰাকেও গোপনকোচৰ মুখত হাট-বাট কৰেঁ। বুলি বিস্তৰ বস্ত্ৰ-বাত দি উৰ্জ্জিন পঠাইছিল। পাছে ৺দেৱে শুনি বোলে, "এনে কথাৰে যে কাৰিকী আছিল ফুকনে ইকথা নকৈ যান কথা কিয় কৰ?" এই কাৰণে বাক্তি ফুকন, পোৱালি বাৰ্জ্জি-ডেকা, লেচাম-ডেকা তিনিকো খপক আনিলে। পাছে বাৰ নিদি-কালথি তিনিকো মাৰিলে। ১৫ ॥

---

# ষষ্ঠ অধ্যায়।

## পাংগাৰী আমোলত কামৰূপৰ পৰগনা বিভাগ।

কোঁচৰজা বৰ্দ্ধনাৰায়ণ।—পাছে ছেৱাৰ বাস্বৰ হাতোৰ পৰা চামৰখাটৈ বেৰি গল, স্বৰ্গ মহাৰাজাৰ ঠাৰৈ তাকে পৰা ধৰি দিলেক। তাত পাছে বৌৰ্দ্ধা-বাকী আহি হাজোত বহিল। সি কতো দিন হাজোত আছিল।

পাচে তাৰ খেদি পেলাই বহবল-খাঁ হাজোত ৰহিল। তাৰ পাচে তাক খেদি নবাব আব্দুল্লা-ইচলাম হাজোত ৰহিল। তাৰ পাচে স্বৰ্গমহাৰাজাৰ মোৰাই তামুলী ৰাজা ধৰ্ম্মনাৰায়ণক নগাই দি আব্দুল্লা-ইচলামক ধৰি নি গড়-গ্ৰামক পঠাই দিলেক, কেকেৰি ৰাজক ৰাজা ধৰ্ম্মনাৰায়ণক দিলেক। ৭৬ ॥

চেক-ইব্ৰাহিমৰ কড়োৰীৰ পৰগনা সংগঠন।—পূৰ্ব্বে কবিশিদৰক আদ্য কৰি বৰা-ভূকন পাৎসাত বিদায় কৰি আহিল, নগাতে চেক-বিৰাহিম কড়োৰীক ৰাজ্য বিচাৰ কৰিবাক পাহিল। ৰাজাৰ কালত গাওঁ মাত্ৰ আছিল, পৰগনা নাই। চেক-বিৰাহিমে বিলাক বন্দী কৰিলেক। প্ৰথমে বিলাকত কৌচ হাজো লিখিলেক। তাৰ তলে চৰকাৰ কামৰূপ, চৰকাৰ কেকেৰি, চৰকাৰ দক্ষিণকূল, চৰকাৰ বাঙ্গালভূম, এহি চাৰি চৰকাৰ। ৭৭ ॥

কামৰূপ চৰকাৰৰ পৰগনা।—আৰে চৰকাৰ কামৰূপৰ তলে,—পৰগনে কোঁৱৰভাগ, পৰগনে পাতিদৰং, পৰগনে বনভাগ, পৰগনে বাম বনভাগৰে একেলগী, পৰগনে বৰদৰং, পৰগনে বাঁহবাৰী, পৰগনে সাতৰজীয়া, পৰগনে চৌবাহীখাতা, পৰগনে কাচিমপুৰ, পৰগনে বৰভাগ, পৰগনে দেহোৰ, পৰগনে ক্ষেত্ৰীভাগ, পৰগনে বজালী, পৰগনে বাহেৰ-খাতা বজালী সহিতে একেলগী, পৰগনে বাঁউসী, পৰগনে বৰনগৰ, পৰগনে পাটিকা বৰনগৰৰ সৈতে একেলগী, পৰগনে বৰপেটা, পৰগনে বেজিনী, পৰগনে কুলগুৰি বেজিনী সহিতে একেলগী, পৰগনে বাক্সা, পৰগনে খিগহুৰ।

কসুবে হাজো, কসুবে গুৱাহাটী, বিকাল-মোহল, পোহকছ, পানচৰিবাৰী বৰগা-মোহল, পুখা-মোহল, জলকৰ ঔৰানল, হেমা-মোহল, মাকি-মোহল, চেতন-বাজি, কৰোটিয়াত, খেলা-হাখী, বাগাবুৰি, সিকাৰী-মোহল, পাইকান-মোহল, কছাৰী মোহল, চুটিয়া-মোহল, কাৰখানা, এই দকুৰি এক-মোহল। ৭৮ ॥

চৰকাৰ কেকেৰিৰ পৰগনা।—চৰকাৰ কেকেৰিৰ তলে,—পৰগনে বুটাঘাট, পৰগনে গুমা, পৰগনে পৰ্ব্বতজোৱাৰ, পৰগনে কসুবে ধুবুৰি, পৰগনে আমিৰা, পৰগনে টাৰিয়া, পৰগনে ঘুৰলা, পৰগনে জলকৰ-মোহল, পৰগনে কসুবে খিলা, পৰগনে চাপগড়, পৰগনে বোছন-তাঁতী, পৰগনে কৌকনাৰ, পৰগনে ঘুনাৰ, পৰগনে কাঠ-মোহল, পৰগনে কটোৱালী, পৰগনে ডিম্যাৱী-মোহল, পৰগনে ধামালি-মোহল, পৰগনে চুলহুট, পৰগনে দস্তক-মোহল, মুঠত উনৈশখন মোহল। ৭৯ ॥

চকলাৰ দক্ষিণকূলৰ পৰগনা।—চকলাৰ দক্ষিণকূলৰ তলে,—পৰগনে পাড়োৱাৰ, যাৰ তলে পাঁচ তপা,—তপে বগৰিবাৰী, তপে চাৰুবীয়া, তপে বেকেলী, তপে হাজাৰ ওৱাবেৰি, তপে তিলিঙ্গপুৰ। পৰগনে পাণ্ডু, হৈয়াৰ তলে সাত তপা,—তপে বঙ্গেশ্বৰ, তপে বখিৰলি, তপে চয়নীয়া, তপে বেলতলা, তপে ডহুৱা কটা......। পৰগনে ভুৱুৰীয়া, পৰগনে বাড়ভী, পৰগনে মেচপাৰা, পৰগনে কালুন-সুবাপাৰা, পৰগনে কটৈবাৰী, পৰগনে পুখাতলে, পৰগনে পাভো-মহল, পৰগনে সোচকাটি। ৮০ ॥

চকলাৰ বঙ্গালকুলৰ পৰগনা।—চকলাৰ বঙ্গালকুলৰ তলে,—পৰগনে বাহেৰবন্ধ, পৰগনে ভিতৰবন্ধ, পৰগনে গড়-বাৰী, পৰগনে চকীবৰেতলা, চাপিবানি। এই চাৰিও চকলাৰ মিলি ৭৫ মোহল। ৮১ ॥

পৰগনা নামৰ অৰ্থ।—ছেক-বিবাহিনে ডুভুৰৰ পৰা আহি মলুক নিচান কৰি পৰগনা বন্দী কৰিলেক।

বাঁহবাৰী—যাৰ একঠাক বজাবাঁহ পাঁচ-ছয় হাত গাঠি বাজাৰ বন্ধা থাকে; এই কাৰণ পৰগনাৰ নাম বাঁহবাৰী।

পাতি দৰং—ৰাজাত বৰুৱ নামে যি খৰচ হৈছিল, এই কাৰণে দৰং নাম হল।

কোৰৰভাগ—কৌৰৱসকলে যিখন খাইছিল নামে কৌৰৱভাগ নাম হল।

দৰং পৰগনা—আনো পৰগনাৰ দুৱৰ এখন গাওঁ দৰঙ্গবো গাওঁ উলিয়াই পাতি-দৰং পৰগনা কৰিলেক।

কছাৰী-মোহল—যি ঠাইত কছাৰী আছিল নামে কছাৰী-মোহল হল।

চুটিয়া-মোহল—যি ঠাইত চুটিয়া আছিল নামে চুটিয়া-মোহল নাম হল।

বনভাগ—বনুৱা কৌৱে খাইছিল নামে বনভাগ হল।

চৌবাহী-খাতা—ৰজাৰ খাতু ঘঁত ঘঁঠ আছিল নামে চৌবাহী-খাতা পৰগনা হল।

বৰভাগ—বৰুৱাসকলে যি খাইছিল নামে বৰভাগ হল।

সেহোৰ—সেৱালিৰ আছিল বাবে সেহোৰ হ'ল।

খেত্ৰিভাগ—বজাৰ চাকৰ খেত্ৰি-টিপাই যি বন খাইছিল বাবে সকলে পৰগনে খেত্ৰিভাগ হল।

বজালী—বজালীয়া কোঁৱৰে খাইছিল বাবে পৰগনে বজালী হল।

বাহেৰ-খাতা—কোঁৱৰা-কুঁৱৰীৰ খাত বাবে পৰগনে বাহেৰ-খাতা হল।

কুলগুৰি—এক গাছ কনক-চম্পাফুল আছিল, বাজহৰ ৰক্ষা থাকে এই কাৰণ পৰগনে কুলগুৰি হল।

বাঁউসী—বাজবাও খাইছিল যেন পৰগনে বাঁউসী।

বেজিনী—কুঁৱৰীৰ নথ-কটা বেজিনী বিখনত আছিল বাবে পৰগনে বেজিনী হল। ৮২ ॥

গুৱাহাটীত মীৰ্জা-আহিনা।—তদনন্তৰে ৰাজা ধৰ্ম্মনাৰায়ণে ৰাজ্য ভোগ কৰিছিল। বঙ্গালৰ চুতা মীৰ্জা-আহিনা আহি বাৰেপইতাত যুদ্ধ হল। বঙ্গাল ঢেকেৰি অনেক ঠাঁই পৰিল। পাছে মীৰ্জা-আহিনা চামধৰা পৰ্য্যন্ত খেদি গল। স্বৰ্গমহাৰাজাৰ ঠাঁই বলে নোৱাৰি ফিৰি গুৱাহাটীত আহি ৰহিল। পাছে আহ্লাহ্যাৰ-খাঁ নবাব কৰি ভাটীয়াই গ'ল। ৮৩ ॥

---

# সপ্তম আধ্যা।

## অসম বঙ্গালৰ ৰণ।

গাভৰুখাৰৰ শৰণাপন্ন।—পাছে ৺দেৱে অন্তঃপুৰীয়া নেওগ গোঁসাইক বৰফুকন পাতি পঠালে। মানোৰা ন'ৱা, তিৰোতা, বন্দী-বেটী যি আছিল জাৱালিতে তুলি নিলে। তাত পাছে গাভৰুখাঁৰে চন্দ্ৰনাৰায়ণ খানাদেৱে বন্দ কৰি নেওগ ফুকনলৈ কৈ পঠালে বোলে, "স্বৰ্গমহাৰাজৰ পাৱত শৰণে পশিলোঁ। মই পূৰ্ব্বে যথা যব, খানায়ে মোক বঙ্গালক ধৰি দিয়ে, লোকজন

দি ৰক্ষা কৰা।" এই কথা ৬দেৱত কৈ ভাৰ নিৰ্ভৰ দিলে। ৰূপ দিলে ২০০০, সুবৰ্ণৰ তাঁৰ হাৰ কড়িয়া ১ যোৰ, ৰূপৰ বটা ১টা, ঘৰা ১টা, কাঁহি ১ খন, কাপৰ ৫০ যোৰ, মনিচা এখন। আকৌ পাছে দক্ষিণকোলৰ কোচেৰি নগৰত লৈ কাউৰানীৰ পৰা ১৫৪২ শকত বঙ্গালৰ যেনি বাট মেলিলে। বঙ্গালৰ দুই-চাৰি মানুহ কাটে। এই কথা সত্ৰাজিতে কৈ পঠালে, বোলে, "৬ৰ লোকে কোচেৰিৰ নথ লৈ আমাৰ দুই-চাৰি মানুহ কাটে। ৬দেৱতাই শুনি বোলে, "কোচেৰিয়ে কেনেকৈ কাটে মই কি জানো"। এই এক কথা। ৮৪॥

বঙ্গালৰ নগৰ কাড়িয়া।—সেইবেলা কোচেৰিৰ হৰিকেশ নৰপতি বঙ্গালৰ পৰা পলাই সৰগদেৱে আছিল। তাক আব্দুল-ইছলাম নবাবে ৬দেৱলৈ বুলি পঠালে, বোলে, "মোৰ হৰিকেশত পাঁচ শত টকা পাব লাগে। স্বৰ্গদেৱ ৰাজা দি পঠাওক। তোমাৰ আমাৰ প্ৰীতিৰ এড়িলে কাৰন।" পাছে মহাৰাজা হৰিকেশক শৰণাগত বুলি নিদিলে। কন্দলৰ বীৰ্য এই এক কথা হল। সেই সময়ত বঙ্গালৰ পঞ্চমৰা হেঙ্গল এটা মাৰহা পাব হৈ আমাৰ পানীত সোমালহি। বঙ্গালে আমাৰ চকীৱালত বুলি নেপাই চকীৰ পৰা মানুহ দুটা ধৰি নি ছিহা কাটিলে; অনেক লাঞ্ছনা কৰি মাৰিলে। আমাৰো চকীয়ালে ধৰি-পাত কৰা বঙ্গালক হুলি হুলি কাটিবালে। আৰে পৰা বঙ্গালৰে আহোমৰে প্ৰীতি ভাগিল। এই এক কথা কন্দলৰ বীৰ্য। পাছে বঙ্গালৰ শেখ-ফৰিদ নবাব, কটাই মামুদ, এই দুই বড়ৱাই উজাই যেনি আছিল হৰিকেশৰক ধৰিবাক স্তুতি। পাছে কলঙ্গু সন্দিকৈয়ে আগভেটি কটিয়াই খেদিলেহি। পাছে বঙ্গালেও কিছু কৰিব নোৱাৰি দক্ষিণকোললৈ পাৰ হৈ অসুৰ-আলিৰ পৰা আহোমৰ মানুহ তিনিটা ধৰি নিলে। তাৰে দুটা হাতোত কাটি শালত দিলে, এটা কুকুৰে খুৱালে, শক ১৫৫৭। ৮৫॥

বঙ্গাল বন্দী।—তেৰেসে বাৰোই চেটিয়াই সিমিহাত বঙ্গালৰ গড় মাৰিলে। যোঁৱা পালে ৯টা, তৰোৱাল ১৪ খন। তাত পাছে হৰিডেকাই চানুসিয়াৰ গড় মাৰিলে। কনৰ্ধা যোৰাৰ পৰিল, যোঁৱা পালে ৩টা, ঢিলে ১৭টা, তৰোৱাল ৪০ খন, আৰু বন্দীতো যি বঙ্গাল আছিল সিও পাৰ হৈ উত্তৰকোলৈহে গ'ল। সেইবেলা জেঠ মাহত চন্দ্ৰনাৰায়ণ মৰিল। বাৰোই চেটিয়াই সোলাত গড় দিলে। সেই গড়ত আহোম ১৪০০০ হেজাৰ লোক দিলে। আৰু ধৰ্ম ৰাজাৰ কোচেৰি বৰকাঠ নৰপতি যমে সোণাৰ গড় মাৰিলেহি। বঙ্গালো শেখ-ফৰিদ, হৰিৰাম-ৰায়, বৰদেউনীয়াৰ জয়সিংহ যৌৱৰ, এই তিনি

সমুখে যুঁজে। তাতত যখন ভঙ্গ হল, হৰিনাম-প্ৰান্তত কাণ্ড লাগিল, আহোমে যেদি তিনি শব্দৰ বাট কাটিলে। তেওঁ-কলিয়ক, তৰণিৰ বাহিৰ নাকাটি আনিলে। সোঁকা পাছে ১৪০, বন্দুক ১২০, পিতলৰ কামান ১টা, তুবকি ছিলৈ ২৪০, বাৰুদ ১২০, তৰোৱাল ৪৪০, ভাদ্ৰমাহ, শনিবাৰে ২০ দিন যাওঁতে। ৮৬ ॥

যুদ্ধ আৰু আহোমৰ জয়।—তাত পাছে শৰাইঘাটৰ থানা লগালেহি। অশ্বক্ৰান্তৰ আগচকীত আছিল নিৰাম-খাঁ, শৰাইত খোচাল-বেগ, পাণ্ডুত ইয়াৰ-কুলি, গাড়ুছিত মাজালিৰ বাবিত আছিল। পাছে শৰাইঘাটৰ চকীয়ালে নাৰিলে। পাছে খোচাল-বেগ পৰিল। পাছে আহোমে কাৰৱী এৰি শৰাই-ঘাটত গড় দিলে। লান্দাৰ্থকা, ডেকা, দুৱৰা, এই দুই পাণ্ডুৰ গড়ত আছিল। গড়াজিত আদি কৰি যত বঙ্গাল পাণ্ডুত আছিল তাক এৰি আগিয়াঠুটিত মাজালিলে থ'ল। সৰালো উপৰি আব্দুল-ইচলাম নবাব, মুহম্মদ নবাব, দুই জনি হাজোত আছিল। ধৰ্ম্মৰাজা সমে থাংখাই চেতিয়াবো উত্তে গড়, পাণ্ডু-শৰাইঘাট আহোমে ললে, পাণ্ডুত পিতলৰ ছিলৈ এটা পালে। পাছে বঙ্গালে মাৰে-তৰে উনাই যুদ্ধ দিলে। আহোমে চাপি সমৰে, কাথৰৰ পৰা কাণ্ড-ডুলী মাৰে মাত্ৰ, বঙ্গালে নাচে উকাই তুলীয়া পৰ্ব্বত পালেহি। সেই বেলা হাবু চেতিয়া, কন্দাৰ চেতিয়া নাৱতে থাকি নাৱ নেলিবাকো নোৱাৰিলে। মিশ্মিঠীয়া থলনগিৰ পলাল। আনো নাৱ কাথৰক চপাই মানুহ উঠিল, বঙ্গালে নাৱ তিনিখন পাই দিলে। আনো নাৱ পাতোঁতা নাইছিল। বানৰ পৰা কাণ্ড-ডুলী মাৰোঁতে বঙ্গাল উনাই থ'ল। সেইবেলা অত্ৰপুৰীয়া নেওগ বৰফুকন আমবাৰুৰীৰ ৰৰশিলত উঠিলহি। বঙ্গালে দেখি ডুলী মাৰিলে, মুখত ডুলী পৰি মৰিল, মাহ আশ্বিন, শুক্ৰবাৰে, ১৫০৮ শকত। ৮৭ ॥

অত্ৰপুৰীয়াৰ পলায়ন।—পাছে সকলো আলচি লান্দাৰ্থকক বৰফুকন পাতিলে। লোকজনক চলোৱাৰ নিমিত্তে। আৰু সকচকুৱা বৰগোহাঁইৰেও কাজলীৰ লোকজনক গঢ়ি কৰি শৰাইক লগাই দিলে। এইদৰে দুয়ো লোক-জনক চলাইছিল। পাছে ফুকন, বাজখোৱা, সকলেও মহাৰাজাৰ চৰণৰ কণাৰত সকলোবো কথা বাৰি লান্দাৰ্থকক ফুকন নাম দিলে। পাছে বঙ্গালে আগিয়াঠুটিত থাকিল তিনি দিন। পাছে তাৰ পৰা সৌকৰি তৰে যুদ্ধ দিলে। দুয়ো ভিতিৰ লোকৰ যুদ্ধ সমান হল। তথাপি আহোমৰ গড় তুলিব নোৱাৰিলে। কলঙ্গু সন্দিকৈ পৰিল, চাৰিঙ্গীয়া ফুকনৰ ভাৰেকৰ গলত কাণ্ড লাগি মৰিল,

চেচামণাং ত্ৰিমুনী গুলী লাগি এবান, বীৰ, সত্ৰাজিত তাতে থাকিল। তাত পাচে বঙ্গালে বৰখান গোৱাপ-নাৱ আগ কৰি নাৱে যুদ্ধ দিলে। আহোমৰো সমস্ত লোকে দিন দিন নাৱে-ডবে প্ৰধান যুদ্ধ কৰিছে। পাচে কাণ্ড-গুলীও চুকাল, কতো বেলি অন্তৰে বহিৰ গোৱালি অভয়পুৰীয়াৰ নাৱ-মানুহ যুদ্ধ এৰি পলাল। তাকে দেখি আনো নাৱ এৰি পালাল। পাচে বঙ্গালে পাট পেলিকা দিলে ১টা, নাৱ ১০ খন নিলে। এইমতে একমাস যুদ্ধে কাৰো ভঙ্গ জয় নাই। কতো কতো আহোমে ভুমি ভুমি বঙ্গালৰ গুৰি কাটি মুৰ আনিলো বুলি কটা গলায়। এই যুদ্ধৰ বেৱস্থা শুনেৰে শুনি সকলোকো খঙ্গি নিকচোৱানৰ বৰুৱাক পঠালে। যি অভয়পুৰীয়া পলাল তাৰ পইকীয়া-লোকক কাটি মুৰ আনিব দিলে, আৰু নাৱে-ডবে ধৰিব দিলে। উপৰি চেঁকেলা হাবি-চাওদাং দিলে। ৮৮ ॥

শাঙুলীৰ বালিত বঙ্গাল।—পাচে নাৱে টিচু গম্ভিৰৈ, অভয়পুৰীয়া, শলগুৰীয়া, সকলোৱে যুগুতি হৈ প্ৰভাতে নাৱে-ডবে চাপি যুদ্ধ ধৰিলে। বঙ্গালেও সচকিত হৈয়া ভাগি পলাল, শাঙুলী বালিত পৰিল, আহোমে নাৱে-ডবে খেদি নি যাকে পালে তাকে কাটিলে। কত আহোমে নাৱেৰে খেদি উচৰ পাইছেগৈ, বঙ্গালো এবাৰ গোৱালি হাৰ, নাহৰি, পানৰি, দলচা, এইসকল পানীত পেলাই এৰাই যায়। তাকো বঙ্গালে কাটিবাক ডৰে আহোমে নধৰে। কতোদিয়ে খলি নৱলে চাই তাতো আগ হৈয়া বঙ্গালে পলাই যায় শাঙুলী বালিত পৰিল। সত্ৰাজিত বাজা, ইয়াৰকুলি, এই দুয়ো পলাই গল। আৰ সাত দিন আগে সত্ৰাজিতেৰে যুদ্ধ কৰি বীৰ হাজোক গল। গোৱাপ-নাৱ ৭ খন পৰিল, বাচৰু ৩০, বৰহিলৈ ১০০, তুৱকি ৫০০, তৰোৱাল ৩০০, বৰছা ১০০, জামদাৰ ৪৪, খজুৰা ৪০, নাৱৰ কোঙ্কোৰা ৪টা। এইমতে সমস্তে পলাই গ'ল। সেই সময়তে চকাৰ পৰা তেৰ-খাঁয়ে বীয়াৰচাপে ৮০ বাচৰ নাৱেৰে বগৰিয়াৰী পালেহি। তাক পাইহে সত্ৰাজিত, ইয়াৰকুলি এবান, নাম্লাথক চেলিয়া পাণ্ডুত বৰকুকন হৈ থাকিল। ৮৯ ॥

হাজোত যুদ্ধ।—পাচে সমস্তে বৰুৱা হৈয়া, হাজোক বেঢ়ি গড় দিলেগৈ। বঙ্গালেও গড় মাজ লোৱৈ এতেই হস্তী আগ কৰি টিচু গম্ভিৰৰ গড়ত ধৰিলেহি, ছয় দণ্ড মানে যুদ্ধ হ'ল। পাচে যুদ্ধত আব্দুল-ইছলাম নবাবত কাণ্ড লাগিল, মুকলি নবাবৰ ঘা হ'ল, আৰু হস্তীৰ কপালত গুলী লাগিলত হস্তী উলটি পলাল। হস্তীৰ ভয়ে বঙ্গালো পলাল; ঘোঁৰা পৰিল ২টা। তেবে বঙ্গালে আপোনাৰ গড়ত ভঙ্গ হৈয়া ৰহিল, আচানেও বঙ্গালক বেঢ়ি গড় দিলেগৈ। বঙ্গালে

ওলাই যুদ্ধ নিদিলে, পাচে এবাৰ নোৱাৰি কাকুতি কৰি মাটি মাগে, বোলে, "আমি যুদ্ধ এৰিলোঁ; তোমৰা শৰ্ত্তপথালৈ চাই এৰি দিয়া, আমাৰ দেশলৈ যাওঁ।" তথাপি বৰফুকনে নেৰিলে, মহাৰাজাক ভয়ে। এইমতে এক মাহ হ'ল। বঙ্গালে খাইবাক নাপাই গড়ৰ ভিতৰতে শুখাই মৰে। ১০ ॥

হাজোত বঙ্গাল।—পাচে একোমতে নোৱাৰি বুজলিয়ো গড়ৰ ওলাই নান্মাধৰা বৰফুকনত বলিলহি। তাত পাচে আব্দুল-ইচ্লাম নবাবৰ পুতেক মীৰ্জা-নাথে, মীৰ্জা-হুচন-বেগ, বাজা কফুল-বেগ, মহম্মদ, বামচা, কণ্ঠচান্দ, এই সকলোৱে বলিলহি। পাচে বৰফুকনে সমস্তকে গড়গাওঁলৈ দি পঠালে। আৰু মীৰে বোলে, "পাৎসাৰ লোণ চাউল খাই কেনে হাৰাম কৰিম?" এই বুলি গড়ৰ ভিতৰতে যুদ্ধ দি মৰিল। সেই সময়তে হাজো উদ্ধাৰ কৰি বঙ্গালক আহোমে ধৰি আনিলে। হাতী পালে ২টা, ঘোঁৰা পালে ৮০, হিলৈ ৬০০, তৰোৱাল ২০০, পিতলৰ কামান ২টা, শক ১৫৫৮, মাঘ মাস। ১১ ॥

বৰুৱা বন্দী।—তাৰ পাচে নান্মাধৰা চেটিয়াক ৮/ত গোচৰ দিলে, "নিশানৰ বেলা বঙ্গালে পেৰা ভিতৰ কৰি কাপৰবোৰ ৰাখি মহাৰাজালৈ পাৎসা কিবা নি পঠালে, তাক মহাৰাজা পালে কি নাপালে, আমি নেজানিলোঁ। থাক ভৰালফুচিয়া ১৩০ বৰ তাঁতীয়ে পাৎসালৈ কাপৰ বৈছিলে, তাকো লুটি কৰি দক্ষিণকোলত পাতিলেনি, পাৎসাৰ কাপৰ আপুনি ৰাখিলে। মহা-ৰাজাৰ বাজাত লেকি ঠাবে পাইছিলে?" এই কথাতে নান্মাধৰা চেটিয়াক মাৰিলে। বৰবৰুৱা, গগৈক বৰুৱাক বন্দী কৰিলে, ১৫৫৮ শক। ১২ ॥

মথুপুৰত বঙ্গাল।—তদনন্তৰে পিকচাই চেটিয়াক বৰফুকন পাতিলে। তাৰ পাচে পুনৰ্ব্বাৰ বঙ্গাল মথুপুৰত গড় দি বহিলহি। তাক সন্মুখে ভেকা-দুৰৰা, টিংচু গদিকে গোলাত গড় দিলেগৈ। বঙ্গালেও যেনি আহি গোলাতে তিনি প্ৰহৰ বেলা যুজিলে। পাচে, বঙ্গালে আহোমৰ গড় ভাঙিব নোৱাৰি আপুনি ভঙ্গ হৈয়া বাৰেপইতাক গ'ল ১৫৫৯ শক, জেঠ মাহ। ১৩ ॥

বৈকীত বঙ্গাল।—ধৰ্ম্মৰাজাৰে, খাবোই চেটিয়াৰে উত্তৰক ভঙ্গালে। উত্তৰো পলাই বৰনগৰক গৈল, বৰনগৰতো যেনি বৈ ঘৰ পুৰিলে, তাৰ ডঙৰ সবো লুটি আনিলে, তাৰ বুনীয়েক সৈতে চৰা-কুৰ্ম্মাকো ধৰি আনিলে। পাচে উত্তৰেও বশ্য দিয়া আহোম নিস্তৰ কাটিলে। পাচে আপাবাহোম, অম, দুই আহি চুণবিত গড় দিলেহি। তেৱে লাইফ্ভাং, ফুলবৰুৱা, ভেকা-দুৰৰা, ধন্দৰাজা সবে চুণবিত গড় ভঙ্গালে। বেঁকী, পোমৰা, আথনিখনা,

এই তিনি ঠাইত থানা দিলে। আচাৰে তাৰো পৰা কাটি-মাৰি খেদিলে। তাত পাচে বঙ্গালে ভাকোকুচিত গড় দি বহিলগৈ। নাইকঙ্কা, ফুলবৰুৱা, খালাই চেটিয়া, ধৰ্ম্মবাজা, এই সমস্তে কালপানীত গড় দিয়া সমুখে বহিলগৈ যেন কাড়ে-গুলীয়ে লেপাই, মতামতি হৈ থাকে। এই মতে দুই মাহ গ'ল। ১৪ ॥

পিকচাই বন্দী।—সেই সময়তে মত্তকল্লী, মাৰৰকল্লী, নিনিশা, তিনি কটকীক ৮ বেৰে পিকচাইৰ ঠাইলৈ পঠিয়ালে, বোলে, "ফুকনে যে গুৱাহাটীত মাছ, পছু, মাৰি বং-আনন্দ কৰি বিশেষ্টৰূপে খাই থাকে, খাকিব পাইনেকি? আৰু বঙ্গালো বৰনগৰতে আছে। যদি তাৰে পৰা আহি আমাৰ লোকজন কাটে, তেতিয়া কিৰূপে ৰক্ষা পৰিব, পো-নাতিয়ে বা কোন আপাহত চাউল-পানি খাব?" এই ৰূপে তিনি কটকীয়ে কনত ফুকনে অসন্তোষ কৰি কটকীক বুজুৱিলে, বোজবাজো একো নিদিলে। পাচে তিনি কটকীও সন্তোষ নেপাই গুৱাহাটীত একৰাতি থাকিয়েই গ'ল। পাচে মত্তকল্লী, মাৰৰকল্লী, নিনিশা, তিনি কটকীয়ে ১০০৯ শকত পিকচাই চেটিয়াক মতাবাজত গোচৰ দিলে, বোলে, "দুই তিনিজনা ফুকনৰ মন নাপেলে, আৰু দুই তিৰোতাৰ কন্দন নাগে, তাকে ভাঙ্গিব নোৱাৰে আৰু ফুল পিন্ধিহে থাকে, এৰ কাৰ্য্য-কাম কি কৰিব।" এই কাৰণে লোহা লগাই আনি গড়ৰ কাষৰ হাতীশালত থলেনি। পাচে সৰুচকুৱা বৰগোহাঁইক পূৰ্ব্ব কথা সুমৰি পাছুত বৰফুকন পাতি থলে। ১৫ ॥

কালপানীত যুদ্ধ।—সেই সময়তে ফুলবৰুৱাই ৰাতি পৰা হি কালপানীত বঙ্গালৰ প্ৰধান গড় মাৰি আপোনাৰ গড়লৈ আহিল। নাইকঙ্কাক বিস্তৰ গালি পাৰিলে। ফুলবৰুৱাক বোলে, "গড় মাৰিলি যে কিয় এৰি আহিলি?" পাচে ফুলবৰুৱা ঊনতি ভঙ্গাৰা গড়তে দুখমনে থাকিলগৈ। আন দিনা বঙ্গালে ফুলবৰুৱাকো আনো দিনা গড়ত আছে তাকে ধৰিলেহি, তিনি বেলি মাৰি খেদিকালে। হাতে হাতে কটা-কটি কৰিছে, বোমাৰ শব্দে, মানুহৰ শব্দে কাৰে উপজিল, তথাপি যুদ্ধ নেৰিলে। এইমতে তিনি প্ৰহৰ বেলা হৈল, তথাপি গড় ভাঙ্গিব নোৱাৰিলে। পাচে তাৰ যি ওমৰাওলোকে যুদ্ধ কৰাইছিল, সেই সমস্তে ধৰিলেহি। আহোমৰ লোকৰ তাপৰ হৈ আছিল, লেপ খুলিবকো নোৱাৰে, কাড়-গুলীও চুকাল; কাৰো কেৰে ৰয়াহ নহ'ল

তেৱে সমস্তে গড় ভাঙ্গি পলাল, আৰু দুখন গড় বঙ্গালৰ হাতত লেতাপি ৰল; তাকো ৰাত দিহে ৰাতি আহোমে আনিলেহি, ১৫৫১ শকত, মাহ কাতি, তাৰিখ ২৮, ৰবিবাৰ। ৯৬ ॥

অসমীয়া সৈন্যৰ পৰাজয়।—তেৱে দুই দিন অন্তৰে ফুলবৰুৱাৰ দুই ভাৰেক পলাই আহিল। তাত পাছে মীৰ্জা-ৰহিমা, আবুলাচাৰ-খাঁ, মহম্মদ-জোমা, মাচুৰ্খাঁ, ৰামচন্দ্ৰ কাৰ্জি, উজিৰ, নীলাচাদ, সবে একত্ৰ হৈয়া নাৰে-পস্তাৰ আচামৰ সৈন্যক খেদিলে। তথাপিতো এক প্ৰহৰ বেলা যুজিহে এৰাল। আচামে বিস্তৰ লোক পৰিবাৰ দেখি বোলে দোৱাৰি ভাগিল। পোনোস্তা কোঁৱৰ পৰিল, হিচু মসিকৈ, লেচাম হাতি-সকৰা, এই দুই এৰাই আহিল, শক ১৫৫৯, মাহ আঘোণ, দিন ৫। ৯৭ ॥

কলিয়াবৰৰ যুদ্ধ।—যি কিছু ভগনীয়া লোক এৰাই আহিল, সিও পাণ্ডু-শৰাইঘাট পালেহি। যিবা শকচকুৱা গোঁহাই সেনাপতি হৈ আছিল, তেওঁকো বাতে ধৰিলে। বঙ্গালেও চেপি আহে। পাছে মহাৰজা শুনি মৰাঙ্গিৰ পাত্ৰ, খাণ্ডখৰা কোঁৱৰ, দুইকো মধকুৰচা কাণ্ডী সৈতে পঠাই দিলে, সিবোলো হৈ পালেহি। সেই সময়তে মীৰ্জা-আহিনা প্ৰমুখে বঙ্গালো আহি পাণ্ডু-শৰাইত ততকালে ধৰিলেহি। মাহত দিন ৰাতি যোজিহে হৈল; সম্বুখিবাকো নাপালে। পাছে ভগনীয়াৰ লগতে মৰাঙ্গিৰ পাত্ৰ খাণ্ডখৰা কোঁৱৰ, দুয়ো কাজলীক চাপি কলিয়াবৰ পালেহি। পাণ্ডু-শৰাই-ঘাটত একঠাই কাঙ্কো মাৰেঁাতা নহ'ল। আৰু যত নাৰ-নাৱৰীয়া পাণ্ডুত আছিল সবে বঙ্গালে নিলে। সেই বেলা পৰ্ব্বতীয়া বৰগোঁহাই, দিহিঙ্গীয়া বুঢ়াগোঁহাই, আৰু বৰপাত্ৰ গোঁহাই সবাৰ পৰা হৈ কলিয়াবৰতো গড় দিয়া ৰহিল। বঙ্গালেও ১৬ খন নাৱেৰে গো-ডিঙ্গাক আহি ভড়ুৱীতে পানী চাই উজাই কাজলীকে গল। পাছে তিনিজনা গোঁহায়ে স্বৰ্গদেৱৰ চৰণত কৈ পঠালে বোলে, "বঙ্গালে মাৰি-কাটি কাজলী পালেহি; স্বৰ্গদেৱে আজ্ঞা দিয়ক কাজলীতে আনি বঙ্গালক ধৰোঁহি।" পাছে মহাৰাজা শুনি পিকচাই চেতিয়াক বৰকুৰন পাত্ৰি দুইতে পঠালে ৯৮ ॥

আহোম সেনাৰ পলায়ন।—গোঁহাইবোৰক হাক দি পঠালে, বোলে, "মান বৰুৱা-ফুকনক মাত্ৰ পঠাব, চামধৰাগড় আওতাই তাতে থাকোকহেঁ, গোঁহাইবোৰ নালাগে।" পাছে গোঁহাইবোৰে মহাৰাজাৰ কথা নলৈ পিকচাই চেতিয়া লোপাণ্ডতেই সচেনো সহিতে খেদি গল। পাছে ৰাজা শুনি গোঁহাই-

লোকক ভাল নুবুলিলে। বৰুৱাবোৰে ছৈ আঠ দিন বঙালেৰে যুদ্ধ কৰিলে। দিনে দিনে শত-পঞ্চাশ পৰিল, ইমানকুৰি পৰিল। পাচে গোহাঁইবোৰে বোলে, "এবে দিনে বঙালক মাৰোঁ।" এই বুলি খেদি গল। বৰবৰুৱা পিকচাই পুৰুখো নাৱে-তৰে বঙালক ধৰিলে। প্ৰথমতে বৰবৰুৱাৰ নাৱ আগে লেলি গল। বঙালৰ নাৱ বুলিত আছিল, তাক বেৰে লেলেখিলে। তথাপি হতাহতি যুদ্ধ লাগিল। পাচে বঙালে বুলিৰপৰা ওলাই পাচৰ পৰা বৰবৰুৱাক ভিৰিলেহি। মোমাই-তামুলী বৰবৰুৱাও পানীত জাম্প দি পৰিছে এবাৰ। পাচে সকলো নাৱ ভঙ্গ হ'ল, তুৰুঙা লোকো পলালে। গোহাঁইবোৰো নাৱ এৰি ভঙ্গ খালে, টিচু গঞ্জিকৈও তৰোৱালৰ ঘা পাই যেন-তেনকৈ এৰাই আহিল। চিৰিংপো পৰিল, কুঁৱৰীবাৰে পাচত থাকি নাৱৰ লগ লৈছিলে। বিস্তৰ লোক পানীত পৰি মৰিল। পাচে সকলোৱে নাও চপাই তৰ উঠি পলালে। নাৱৰ আহিলা-পাতি বিস্তৰ পৰিল, যেনতেনমতে কলিয়াবৰ পালেহি। ৯৯॥

দিহিঙাৰ বিপদ।—পাচে মহাৰাজা শুনিলে, মুগুতি পৰাই অন্য লোকক কাটিব দিলে। ৰূপাই চেতিয়াক, নিজৰা ৰৰাক, গলমণিকক, হালোৱা হাজৰিকিয়াক কাটিলে; আলো হাজৰিকীয়া, শইকীয়া, ৰৰাক বিচাৰ কৰি কাটিলে; তিনি গোহাঁইকো বন্দিলে। বজাৰ হস্তী, বজাৰ ঘোঁৰা, নাৱ-নাৱৰী, আনো লোক কাঢ়ি আনি বৰবৰুৱা পিকচাইৰ হাতত দিলে। গোহাঁইবোৰক আপোনাৰ বিলতীয়া লোকেৰে চামধৰাত থাকিব দিলে, শক ১৫৬০, মাহ ভাদত। ১০০॥

বঙালৰ কটকী।— তাতপাচে মীৰ্জা-জাহিদা বৰকৰানিত ৰহিছে। আচানৰ বৰুৱাবোৰে চামধৰাৰ পৰা বঙালৰ গাতে মানুহ পঠালে, বোলে, "দিহোৰ যে ইঠাইক আহিছে, লোহাৰিক মনে আহিছে কি আন কিবা কামে আহিছে, তাক আমালৈ কৈ পঠাওক।" বঙালে বোলে, "দিহোৰে যদি বনৰ হস্তী, বনৰ আগৰ কাঠ, সোণা মৰিচ দিয়ে তেবে আমি লোহাই সকলো, ই কথা এটা উকিলত কৈ সত্য-কবুল কৰি কৈ পঠাব।" পাচে সেই সময়ত মোমাই তামুলী বৰবৰুৱাই অন্তঃপুৰীয়া ৰাজকুঁৱৰীৰ ভিতৰৰ সনাতনক আনি কটকী কৰি পঠালে। বৰুৱাবোৰে বোলে, "দুই মহিনাৰ পথ, সেই মহিনাৰে দিন দিলেহে স্বৰ্গদেৱত জনাই দিহিঙাকৰ বাক্যত পূৰ্ণ কৰিব পাৰোঁ; আন অৰ্থে কি কসম কৰিম?" নবাবে বোলে, "ভাল, সেই মহিনাতো আমি এই আগাতে ৰহিম, তুমিও শীঘ্ৰে স্বৰ্গদেৱত জনাও।" এই বুলি আমাৰ কটকী পঠালে। ১০১॥

নাওবৈচাৰ বিশ্বাসঘাতকতা।—কটকীৰ লগৰ এটা নাওবৈচা পলাই নবাবত কলে, বোলে, "কটকীয়ে যি কৈছে, সকলো মিছা, গড় আওতাই যুদ্ধলৈহে দিন লৈছে।" পাচে নবাবৰ মনতে থাকিল। পাচে বঙ্গালক বাধি গড়-প্ৰাকী তিয়াৰ কৰিলে। পাচে আচানে বঙ্গালৰ গালৈ সনাতন কটকীক পঠালে, বোলে, "বনৰ হস্তী যি খুজিছে হস্তী চাৰি নাথকো নিদিওঁ; বনৰ আগৰ কাঠ যি খুজিছে কাঠ চাৰি ভগাকাঠকো নিদিওঁ; বালুক যি খুজিছে বালুক চাৰি চেৰেকো নিদিওঁ; সোণা যি খুজিছে, সোণা চাৰি বালিকো নিদিওঁ।" ১০২ ॥

কটকীৰ অপমান।—এই কথা বঙ্গালে শুনি নাওবৈচাক আগলৈ আনি হানিবাই মুখি দুটি হাত কঁহ বুলি দুই গীমাৰ মাজত আমাৰ চকীৰ আগত কটকীক পানীত বান্ধি পেলালে। পাচে আমাৰ চকীয়ালে দেখি নাও মেলি ধৰি তুলি আনিলে পানীৰ পৰা। দক্ষিণকোলে ধৰবকুৱা চকীৰ, তিনিজনা গোহাঁই চাৰমৰাত পূৰ্ব্বতে আছে, পানীত পিকচাই চেঁচিয়া চকীৰ। প্ৰথমে বঙ্গালে উত্তৰকোলে চামধৰাত নাৱে-তৰে বৰগোহাঁইৰ গড়ত ধৰিলেহি। তাৰ লগে ৰাজা প্ৰাণনাৰায়ণো আহিছিল। চাৰি দণ্ড বেলাৰ পৰা গধুলিলৈ এৰিলে। বৰ ডাঙৰ যুদ্ধ হ'ল। বঙ্গালৰ শৰে উত্তৰকোলৰ গড়ৰ ধাৰে উপচিল। সেইপোনে বঙ্গাল এটা জাঙৰ দিহি গড় উঠিলহি। পাচে আচানে হিলৈৰে কোবাই মাৰিলে। দক্ষিণকোলে যুদ্ধ নহ'ল। নাৱেও যুদ্ধ নোৱাৰিলে। সিদিনা নোৱাৰি গধুলি ভঙৰী পাৰ হৈ ৰহিল, শক ১৫৬০, মাঘ মাহ। ১০৩ ॥

বঙ্গালৰ পৰাজয়।—আনকালিনা বঙ্গালে উত্তৰকোলে চাৰি দণ্ড বেলাৰ বাট ধুৰি বুঢ়াগোহাঁইৰ গড়ত ধৰিলেহি। আমাৰো তিনিজনা গোহাঁই, ৰূপ সন্দিকৈ, নৰসিংহ পাত্ৰ, আনো দত্ত ফুকন, ৰাজখোৱা, হাজৰিকীয়া, শইকীয়া, এই সকলে প্ৰাণটাকিও যুদ্ধ কৰিলে। বঙ্গাল যদি ইমান শৰে আৰু কৈল উঠি মৰে, এইমতে সাৱধান বুলি বঙ্গাল হাৰিল। জৈমন কাঠী এক চিপাই মৃত্যুকো নগণি গড় উঠিলহি। তাক তৎকালে মাৰিলে। আৰ দিকৰাই নদী, গড়ধাৰে বঙ্গালে উপচিল। আৰ নাৱৰ যুদ্ধত বিস্তৰ বঙ্গাল গুলী লাগি মৰিল। তেবে তিনি দিন অন্তৰে যুদ্ধে নোৱাৰি মীৰ্জা-আহিনা, আহ্লাদাৰ-খাঁ, আগামামোদ, জোমা, ৰাহিম-খা, ইচ্ছপিতৰ, মীৰচাদ, প্ৰাণনাৰায়ণ, ৰামচন্দ্ৰ, কাজি, উধৱ, এই সকলে বিমুখে গল। পাচে গুৱাহাটীত ৰহিল, ১৫৬০ শকত, মাঘ মাহ। ১০৪ ॥

দুই বৰুৱালৈ বঙ্গালৰ পত্ৰ।—কাজনীৰ দুই বৰুৱাৰ গাতে কেমনজান উকিলৰ পঠাই সন্দেশ-পত্ৰ ৺ৰ নামে দি পঠালে।

পত্ৰ এই—

মহামহিম শ্ৰীযুত বৰবৰুৱা ও ফেটিয়া গোহাঁই মহাশয়েষু—

সগৌৰৱ লেখনং কাৰ্য্যঞ্চ আৰ তোমাৰ বাক্যোন্নতি হালেছা চাহি, ওপৰং ৺শ্ৰীশ্ৰীযুতেৰ থানে উকিল কেমনজান এক আদমিকো ভেজোহে, তোমৰা দুই জনৰ বকিছুনতে গাতিৰ বুচি হইবেক, আৰৰ চৰ্ব্বৰায় দুই জনেৰ সাথ অৰ্দ্দিত্ব কৰিলে শ্ৰীশ্ৰীযুত ৺প্ৰসন্ন হৈবেক, অতএৱ আমি তোমাৰ চাগিৰ হৈলোঁ, তুমি আমাৰ সলাহকৰ, আৰ তোমাৰ সিকিৰ বৰঙৰৈ সওদ আমাৰ মলুকেৰ চা-মহাজন সাউদেৰ চৌল বতায়া খৰিদ কৰ, যে জোখ-জোখো বস্তু লাগে সে ভাগায়া পায়দা কৰ। ইহাকৰ কাজ-কাম, মালুম হৌবে, অধিক কি লেখিম। আপুনি জানত্তা হোগা, ইতি—জিলকাজ ১৫৬০ শক, মাস ফাল্গুন, ১০ দিন গতে। ইতি।

সন্দেশ—ধৌনা ২, চন্দন কাষ্ঠ ২ মোনা, চাৰ ২ মুঠা, মাহৰি ২০ কুৰি পীৰকা ২০ কুৰি, চিত ৫ থান। আৰ বচনে বুলিলে, "৺দেৱ ৰাজাক আমি বাপ টাকিলোঁ। ৺ত কৈ আমাকো হাটি-খাটি দিয়োক।" এই বুলি উকিল পঠালে। ৺ও সকল ঠাইৰ মানুহ আহিব দিলে। পৰ্ব্বতীয়া মথাও আহিল। পাচে ৺ৰে শুনি তাৰ দি ৰাজহাত আনিছিলে, সকলোকে অলোচাই দিলে। ৺দেও তাক অনেক বস্ত্ৰজাত, টকা, বাহন দি বিদায় দিলে। ১০৫ ॥

কাৰ্দেৰৱৈলৈ আহ্লায়াৰ-খাঁৰ পত্ৰ।—পাচে মাচিন-খাঁ, মীৰ্জা-জাহিমা, ইহঁত প্ৰমুখ্যে ভঙীয়াই গল। ওৰাহাটীত আহ্লায়াৰ-খাঁক থৈ গল প্ৰীতিৰ ওপৰে। আহ্লায়াৰ-খাঁ মথাৰ আদেশৰ সমুখে ৰহিল। তাত পাচে বৰবৰুৱা, পিকচাই ফেটিয়া, আহ্লায়াৰ-খাঁয়ে উভতে বৰনদী, দক্ষিণকোলৰ অসুৰালি সীমা কৰি ৺দেৱৰ ঠাইক পত্ৰ-সন্দেশ দি ছেক্-নেমা কটকীক পঠাই প্ৰীতিয়ে থাকিল।

পত্ৰ এই—

স্বস্তি সকলমঙ্গলাধাৰ-বিবিধ-গুণানাড্বুত-সুৰ-নদী-সলিলাং নিৰ্ম্মল-যশোৰাশি পৰিপূৰিত-কলেবৰ শ্ৰীযুত বৰবৰুৱা সদাচাৰ-চৰিত্ৰ-বিচিত্ৰ মন্ত্ৰীবৰেষু—

সৌহাৰ্দ্দপূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ ইথানেৰ কুশল, তোমাৰ কুশল মঙ্গল চাহেচা বাঞ্চি, পৰং তোমাৰ ফৰমান নজৰেত জানিলোঁ, নও দিন দিন সৌহ্দ্দি হানৰ হইবেক, অতএব তোমাৰ আমাৰ মাজে কিঞ্চিত দিলগিৰ নেস্ত, আৰ তুমি বুলিছ উত্তৰে বৰনদী দক্ষিণকোলে অসুৰালি ইতি মবাত তোমাৰ আমাৰ নাক্কাৰণ কিনিবেক, আৰ দুই মজন গো-ব্ৰাহ্মণৰ সুখে ৰহিলে এই ধৰ্ম্ম তোমাৰ বংশ প্ৰতিষ্ঠাতেসে সুমান দুইহানাৰ পুত্ৰাদি হৈলে ওপৰবগ মহুকে থোৱনি হৈবেক। আৰৰ বদনাম কিছু নাৰহিবেক। আৰ তোমাৰ উকিল সনাতন ও কানু শৰ্ম্মা ইহানাৰ সঙ্গে ও আমাৰ আদমি ছেক-মেদা ও বাৰথাণ্ডৰ ও আকাদশ তোমাৰ থানে ভেজিতেছি, শ্ৰীশ্ৰীযুতেৰ থানে হুজুৰ কয়া দশ-পাক্ক বোজত কিৰি পঠাইবা। এমত হৈলে তোমাৰ আমাৰ কিছু সন্দিগ্ধতা নাৰহিবেক। আৰ এমবাৰ মুখে সমস্তে জানিবেক অধিক কি লেখিম। আপুনি সমস্তে জান।

তোমাৰ নিমিত্তে পত্ৰ-সন্দেশ,—বাগ্ধা ১ খন, নং ২ ঘোনা, চিনি ২ মোন, ৰূপোৱানী পটুকা ৩ যাচ, সোণোৱানী ৩ যাচ, সুগন্ধ বালা ২ সেৰ, জাইফল ১মোন, ঘোঁৰা ২টা। ইতি, শক ১৫৬১, মাস মাঘ। ১০৬ ॥

আহ্লাযাৰ-খাঁৰ পত্ৰৰ সিদ্ধান্ত।—ছেক-মেদা ও আকাদশৰ সঙ্গত সনাতন, কানুৰে আহ্লাযাৰ-খাঁৰ পত্ৰৰ সিদ্ধান্ত দিলে।

পত্ৰ এই—

স্বস্তি নিখিল-গুণৈকধাম-সৰ্ব্বোপমাযোগ্য শ্ৰীযুত নবাব আহ্লাযাৰ-খাঁ

শুভাশয়েষু—

সস্নেহপূৰ্ব্বক লেখনং কাৰ্য্যাঞ্চ এথা কুশল, তোমাৰ কুশল সৰ্ব্বদা চাহি। পৰং সমাচাৰ এই, তোমাৰ উকিল ছেক-মেদা ও আকাদশ, এই দুইজন মনুষ্য পঠাই দিছিলা। সে আহি পঢ়ছিল, ইহানাৰ মুখে তোমাৰ কুশল শুনিয়া পৰম সন্তোষ হৈলোঁ। আৰ তুমি বুলিয়াছা উত্তৰে বৰনদী, দক্ষিণে অসুৰালি এমত বন্ধানিবন্ধানুক্ৰমে হদ্দকৰাৰ হলে উভয়ান পক্ষে ৰক্ষা হৈল, সে ধৰ্ম্ম তোমাৰ আমাৰ বংশ প্ৰতিষ্ঠা দিন দিন অনাদ্যানুৰূপে বাঢ়িতে যাইব, খালি নাইহবেক। এমত যে কুপাৰিত লিখিছ ইপোট উত্তম লিখিছ; কিন্তু বৰ মনুষ্যৰ প্ৰীতি-কৰাৰ কদাচিত নাফিৰে। সেই যেমনে উত্তৰোত্তৰে ৰক্ষা পৰে তাক কৰিবা। আৰ তুমি যি বুলিছ দশ-পাক্ক বোজত উকিল পঠাইবা

সেই বচনত থাকি আমাৰ সঙ্গত ৺ৰ চৰণত সন্তুভাই হুজুৰ কৰিবো। ৺ও যেনত কথা হৈল তাক তোমাৰ উকিল সমস্তে কহিবেক। পৰঃ পূৰ্ব্বাপৰেও নবাব সকলেৰে গুৱাহাটীত থাকি কথা-বাৰ্ত্তা অনেক হোৱা আছে। অদ্যাপি সেখানৰ কাৰ্য্য কৰিতে ভাৰ তোমাৰ ওপৰ; ই ঠাইৰ আমাৰ ওপৰ, অতএব তোমাৰ মনে যেনত ভাল প্ৰতিবাসে তাৰ প্ৰত্যুত্তৰ তৎকাল লেখিবা। এনত হইলে তোমাৰ আমাৰ মৈত্ৰী কিসক নাৰহিবেক্। আৰ বাকী সমাচাৰ সনাতন ও শ্ৰীকান্ত এমবাৰ মুখে জ্ঞাত হইবা। কিমধিকম্ বিজ্ঞবৰেষু।

আৰ তোমাৰ অৰ্থে সন্দেশ,—হস্তীদন্ত ১৪টা, শাঙ্খ ২৭ টা, কনীয়া চামৰ ২০ টা, মৰিচ ১০ সেৰ, খড়্গ ২টা, সোণেৰে মঙ্গলা কৰা কটাৰী ২ খন। শক ১৫৬২, মাস জ্যৈষ্ঠ, তেৰিখ ১২। ১০৭ ॥

সোমাই-তামুলীৰ প্ৰশংসা।—সেই সময়তে ছেক-মেনায়ে আহ্লাদাৰ-খাঁৰ আগত বোলে, "৺ৰ ৰজা মহৰ সাক্ষাৎ মহাদেৱ; সোমাই-তামুলী মহৰ সাক্ষাৎ নন্দীশ্বৰ; সি থানত থাকে সি থান কৈলাস। এই দুই জন থাকে যালে কোন সাহস কৰিবেক?" আহ্লাদাৰ-খাঁয়ে বোলে, "সি কৈছ সকলে সত্য, কৰ্ম্মানুসাৰে দুইৰো একোটা জন্ম।" তাত পাচে শিঙ্গৰিৰ ওচৰ গোবাকুচি গ্ৰামত আমাৰ চকী আছিল, তাতে ভোট ডফলাৰে কিনা-বিকা কৰিছিল। এনেতে আমাৰ দুৰ্বৃত্ত মানুহ সহিতে দুৱাৰ্দ্দাৰৰ বেটা শত্ৰুগনে শিঙ্গৰিৰ গোপেশ্বৰ ৺৺ৰ ঠাইত থাকি ভোট, ডফলা, নৰঙ্গীৰ চুটিয়া কোঁৱৰৰ মানহ-দুমুহয়ো সহিতে সকলেও অনো-অনো কিনা-বিকা কৰিছিল। ১০৮ ॥

তিতকৰ্য্যা সমাচাৰ।—এনে সময়তে শ্যামতখাঁ ৰঙ্গালে গোপেশ্বৰ ৺৺ৰ কপৰ খুৰী কপৰ নালেৰে ঠুঙুৰি সোনাই লৈ আছিল। পাচে শত্ৰুগনে বোলে, "৺৺ৰ বস্ত্ৰ কিয় নিব?" ৰঙ্গালে বোলে, "ভোটে দিয়া বস্ত্ৰ, আমাকে যে বাধে সিহতে বাধিবৰ কি?" এই বুলি তিনিটা মানুহ মাৰি ধৰি গোবাকুচি গ্ৰামত এৰি গৈল, বস্ত্ৰকো নিলে। এই কথাতে থাকি আমাৰো শত্ৰুগন দুৱৰীয়াৰে ৰমন পৰ্ব্বতৰ কোষৰ পৰা দুটা শেন, তিনিটা তুৰিয়া, ৰঙ্গাল ২৩টা ধৰি বন্দীকৈ থলেনি। তাৰ সগত পঁচজন কেইটামান পলাই আহি কামৰূপৰ গোৰ-পোচ কৰিবাক খুব কৰি শৰণাই প্ৰাক্তৰ দিছিলে। সি থৈ তাত কলে, ; সিয়ো মীৰ-খচন্ কানগুই চান্দ-খাঁ সেৱালেৰে আনচি, আহ্লাদাৰ-খাঁত কলে, বোলে, "চাহাবে আচাৰেৰে এখন একনাথ প্ৰীতিৰ কাৰন কি? পাৎসাৰ তামচাৰ ৰাজ-তুতিৰা সহিতে মানুহ ধৰি দুখ দিলেই, এনত

হলে উভয় দলৰ মধ্যত কেমন প্ৰীতিৰ সৰিয়ত ৰহে, বাৰম্বাৰ এনত কৰি থাকে, তথাপি চাহাবে যে এনত বুজ নাকৰে ইখোটি ভাল নহব। এতিয়া তোমাক আমাকো নাজানি কি কৰে আচাৰে।" এই প্ৰকাৰে অনেক নবাবত কলে। এই কথা শুনি নবাবেও মনে বিমৃশ কৰি নবাবৰ নাতিৰেকক গীৰছা-তেলাক পত্ৰ-সন্দেশ দি বৰবৰুৱাৰ ঠাইত উকিল কৰি পঠালে। ১০৯॥

নবাবৰ পত্ৰ।—পত্ৰ এই—

স্বস্তি সকলগুণৰাশিসম্পন্ন-অশেষ-বিদ্যাবিনোদ-বিশাৰদ-স্বকুল-কমল-বিস্তাৰিত-ভাস্বত-সাদৃশ্য-জ্যোতিৰ্ম্মান-সৎকীৰ্ত্তিনিকৰ-শুভ্ৰ-পবিত্ৰ-নিৰ্ম্মল-কলেবৰেষু, শ্ৰীযুত বৰুৱা গোসাঞি বৰফুকন জিউ মহানুভাব-সচ্চৰিত্ৰেষু—

শিবতভগাতঃ প্ৰয়োজন লেখনং মুদা কাৰ্য্যঞ্চ পৰং ও এথানে খুব দৌলত হ্যাল। নাকেঞি মৰেৰত, ওপৰগে হাৱালেও হকিকৎ স্বৰ্‌জিয়ান ও এক্তাগাঞী আজিয়ত, ৶চাদিয়ে জাহিৰ হুনাকেঞ্জ শাহানিদেন্ত। ও আগৰ বিশেষ তোমাৰ প্ৰীতি-পত্ৰ ৰনুসঙ্কাহ যে কৌথ চেনামি সমেৎ ও সগন ও শ্ৰীমাৰ মজুন্দাৰ দোনা মাতব্বৰ্কে। আদমি ইতৰ্ককো ফেৰিস্তান বোধ, তাহলে নহন আনাম্ খবৰকে গোস্তান চুনাকে দোস্ত বনায়েত, দোতৰফকে চিফতচফায়ত পৰস্পৰে ইসন বোজ চুনা মানান তথ বদাবদ ওদিগিৰ তোটি, ডেক্সাকে শ্ৰীশ্ৰী৶৵ চাহেবক চৰকাৰী দিনমাহমুদ ও গৰবৰ ২৩ আদমিকো বুৰিলস্ত এমত জবাব বাৰ বাৰ লেখ। এইৰূপ দোষ্টি সমুত্তৰে আজ জানিব, নামুৱা জুৰিমদ মদাৰ, বিশেষ তোমাৰি মুৱানন্দাৰে নাডকা ৶কে খোচহাল শিকাৰী-খয়কে বাজ ও আগৰ চাহেব চাদিমাস তুতিৰা জুনাও আদনি চিনাকে নামে গুজাৰৎ, ও বাজ ও তুতিৰা ও গৰবসকো আদনি ও কিছু আছে মেৰবান্, ও আনৰ্দ হায়ান মুনদেন্ত ও আমাৰে এতবাৰি চাল-খাঁ ও গাজ-চেকাৰ পহিলবে জবাব বতায়ত তথাচ ও বাজ ও তুতিৰা ও গৰবসকে আদনি সৰ হাবামখোৰ নিথা দাস্ত, নয়ো হাবাৰ্হানা মেকুনদ ন বাৰয়ে গৰ্দ্দন। আৰ আমাৰ কেমনে একলাস-নাতেও খাতিৰে কুমন, আৰ যে কৰিছ সে তোমাৰ ভালাই, দৌলত নিগাদাস্ত। ই অলপ কাৰ্য্য। তাহাৰ সমাচাৰ এই, আৰ অধিকত কহিব হামাঠেৰ নবিবস্ত। ও গীৰ্হা-তেলা যেৰূপ বাকী হকায়ক খেৰখেৰ আহিবাৰে সেৰূপ আমাৰ মনুফেৰ কামেৰ মৰ্দ্দাৰ আদমিকো খাহেদ গুজাস্ত। ইতি সহৰ, জুনাদিবোল, শক ১৫৬২, মাসৰ্দাদ ভাদ্ৰ, তেৰিক্ষ ১১।

সন্দেশ।—বানাত ১ থান, পালেঙ্গপোচ ২ থান, লং ৪ সেৰ, বাৰখনীয়া মলিডা ২ থান, হোমকাম বাৰ্ষৰ ৩ সেৰ, চিনি ২ মোন, লোণ ৭ মোন। ১১০॥

কটকীৰ আশ্বাস।—সেই সময়তে আমাৰ দুই কটকী আহ্লাবাৰ-খাঁৰ ঠাইক পঠাইছিলে। আমাৰ দুই কটকীক ছাহবুলন্দৰ ওচৰত থৈছিলে, সিইঁতক যোজ দিছিলে,—চাউল ২০ মোন, মচুৰ ৫ মোন, মুগ ২ মোন, মাহ ৩ মোন, ঘিউ ১০ সেৰ, আলুক ২ চক, লোণ ২ মোন, পাণ ২ পাচি, তামোল ২ পাচি, আদা ৪ চক, মাছ ২০ কুৰি, তেল ৪ কলহ, চিনি ৪৬ সেৰ, খাসি ২টা, গুৰ ৪ কলহ। এইৰূপে ৪ দিন অন্তৰে যোজ দিছিলে। ৪ দিন অন্তৰে নবাবৰ ভিতৰ কৰি নিছিলে। সেই সময়তে এক দিনা আহ্লাবাৰ-খাঁয়ে বোলে, "গড়গ্ৰামলৈ কেতি যোজন পথ?" আমাৰ সনাতন উকিলে বোলে, "চাহাব, গড়গ্ৰামক লাগি ২ মহিনাৰ পথ।" এনেতে দুৱাৰদাৰৰ বেটা জয়ানন্দে বোলে, "চাহাব, ৮ যোজন পথ,—উকিলে মিছা কহে।" পাচে নবাবে বোলে, "এখন তোমাৰ মনুষ্যে দুৱাৰদাৰে ৮ যোজনক বাট কহে, তুমি কিছুৰাক্তে দোমাহিনাকে বাট ঝুট কহ?" সনাতনে বোলে, 'উদয়-গিৰিৰ স্বৰ্গ দেও, অস্তগিৰিৰ দিল্লীৰ পাৎশা, দুই জনেও পূৰ্ব্বাপৰ উকিল যি কহে তাকেহে সত্য মানে। এখন তুমি যে দুৱাৰদাৰ বুলি যে মহাজন আৰ মুখেহে সবুৰ কৰহ। মাত আমাৰ খাঁনিকো বিশ্বাস নাহি কৰোঁ। তুমি আপোন মালিক বুঢ়ি কৰ, আমি যো কুচুৰাল কহো সব সত্য কহোঁ।" পাচে আহ্লাবাৰ-খাঁয়ে বোলে, "উকিল যো কুচুনাৰ কহ সব সত্য। সিটো নাপাবি তাৰে বাহু নামঞ্জুৰ কৰো।" পাচে আমাৰ উকিলক বটা-বাহন দি বিদায় দিলে। বিদায় দিলো তেও পত্ৰৰ সিদ্ধান্ত পত্ৰতে পাই পুনৰ্ব্বাৰ-চন্দ্ৰনাৰায়ণৰ কথা একো নকলে। আমাৰ উকিলৰ লগে পুনৰবাৰ চেক-মেলাক পঠালে। ১১১॥

আহ্লাবাৰ-খাঁৰ ধৰকন্দালৈ পত্ৰ।—পত্ৰ এই—

স্বস্তি সকলগুণালয়-পৰম-স্বপ্ৰতিষ্ঠিত শ্ৰীযুত ধৰকন্দা গোঁসাই ও শ্ৰীচেতিয়া গোঁহাই মহামহোগ্ৰ-প্ৰতাপেষু—

লিখনং কাৰ্য্যঞ্চ আগে তোমাৰ কুশল সৰ্ব্বথা চাহে, সাম্প্ৰত তোমাৰ মেহৰবাণি দিন দিন নজিক আহাহেৱাৰ খাহদাই খৌৰে। আৰ তুমি যি পত্ৰ সমুহ আপিন ভেজিলেক সিটো চিত্ৰাপ পৰছিল। তাহনাৰ বুঝহুত জনি, সাক্ষাৎ ৰূপ পত্ৰখানাৰি চমনদিন কৰিবা জানিলাম। পত্ৰাৰ্থবিন প্ৰকৃত কাম-

ৰূপ উচিত, নহতো তোমাৰ আমাৰ একত্ৰ-মৈত্ৰ ভাবৰূপ যশপ্ৰাপ্তিৰ আকস্মাৰ সদৃশ সাক্ষাত ৰহে ইযোৰ্ থাকে। অতএব খুব হকিকতনা ভেদ ৰোস-লোত্ৰ ৰক্তলত্ত চড়হা উভাপক্ষ নাভেদ লোহান মৰাতোৰ তনজিল পৰম বোমাই-পেৰুন্নৰ সব ৰাখ কৰে। একাবৰ্ণ আমাৰ দৰবাৰেৰ অহোৰ বাৰাণ ৰহে, ভোনতি এমত্ত কৌলি কৰণুৰে সৰ লোভৰ নৰচৰ্চ্চ খোদজাতে নুৰাগিন, লোক্ত বেতোৰ ধৰ্ম্মৱাহান ওপৰ তোমাৰ আমাৰ দৌলত একৈতা মোস্কৰহে। এতে উভয়দি গদৰিয়া ৰাৰত গো-ব্ৰাহ্মণ পৰোষৰ পালনকৰণতা সৰ্ব্বত্ৰ বলবন্তিতা হোৱে এমত্ত হৈতে তোমাৰ আমাৰ যে যে দুসুমন আছে অন্তঃকৰণ যে মৰ্মনৰ গৰ্ব্ব সেহি গাহস্কিক চাতাৰ মাহে কাৰ্ট্টি আৰ অধিক কত কত কহিব। তোমাদেৰ উকিল সনাতন ও শ্ৰীকান্ত শৰ্ম্মা আমাদেৰ ও ফেক-মেদা এমৰা সাৰশেষ কহিবেক যাতে প্ৰীতিৰ ওপৰ ৰহে, কমিতা নাৰহে আৰেক কৰ। ইতি সহৰ গৌহাতি, ১০৬৪, পৌষ মাস।

সন্দেশ,—মানত ৯ থান, গোলাপাৰানী পাগজমা ২ থান, পটুকা ৪ গচ, ৰং ৩ সেৰ, জাইফল ১ মোন, অগৰু কাঠ ২ সেৰ, বাঠা ২ থান, চিনি ২ মোন, লোণ ৫ মোন। ১১২ ॥

স্বৰ্গদেৱৰ আৰু কটকী।—পাচে ফেক-মেদাক বাৰাণে তুৰি বৰুৱাৰ ঠাইতে থাবি আমাৰ দুই কটকীক সেই বাৰ্ত্তাসেৰে ৺ৰ ঠাই পঠালে। ৺ও একৰূপ কথা-বাৰ্ত্তা শুনি সন্তোষক পালে। সেই সময়তে দুই উকিলক ৺ৰে বোলে, "বাদুশাৰ পুত্ৰেৰ, তহঁতত আৰু কোনো কথা-বাৰ্ত্তা আছেনেকি?" সিবোলাকে বোলে, "দুই আমাৰ বান কথা আছে। ৺ৰে যদি পুনৰ্ব্বাৰ নোসোধে আমি কলীইতে কব নোৱাৰো।" ৺এ বোলে, "নোসোধো।" পাচে সনাতন কটকীয়ে বোলে, "বনৰ হস্তী অনেক যত্ন কৰি আনি ৺ৰ শালত গলত চেপা দি থৈছে। তাক বেৰি দিলে শালতে থাকে কি বনলৈকে যায়?" আৰু বোলে, "৺ৰ বন্দী-বেটী বিদেশলৈ পাছে তৈতে মৰিলে তাৰ ধৰা-নুৰিতো ৺ৰে বাজাত থাকে কি বিদেশলৈ এৰি দিয়ে?" আৰু বোলে, "পিতৃ, মাতৃ, ভ্ৰাতৃ, সকলোৰো একে অধৰ একে অন্ন খাতো বড়ে আৱৰি থাকে, এই কাৰণেহে সকলোৰে মৰ্য্যাদা ৰহে। আমি কলীইতে কিছু নাজানো, যি কৈছো সকলো অশুভ। ৺দেৱৰ চৰণে যদি খাচ-বিচাৰ কৰি ধাৰে তেহে।" এই শুনি সিবোলাক চাহৰ পৰা নামি আহিল। ৺দেৱেও পুনৰ্ব্বাৰ বঙ্গালৈ পাঠিলে। ইবোলাকেও বাটতে

বৰুৱাৰ ঠাইত সকল সম্ভেদ লৈ বোলে, “৺এ ব্ৰাহ্মণক মাৰিব ভেজেলে আমাত ব্ৰহ্মবধ লাগাগে।” সেই সময়ত অন্তঃপুৰীয়া লেতেৰা মাধবৰ পুতেকক ৺এ জগন্নু সহিতে বৰুৱাৰ ঠাইলৈ পঠাই স্তুতি আছিল। ৺দেৱে বোলে, “কটকীইতে কি কৈছে তাৰ কথা-বাৰ্ত্তাৰ গুপুতি আশয় জেঠেৰীয়ে লোলে কৈ পাইছোঁক।” পাছে বৰুৱায়ে ৺দেৱৰ চৰণলৈ প্ৰাৰ্থনা কৰি ব্ৰাহ্মণৰ অৰ্থে জনাই আছিল। ৺ও ভাবাচোঁ বুলি বোলে, “কাদিলোঁহঁতে সাতো জেঠেৰীয়ো মাতি আছিছে, বাবুনীৰ পুতেকে মাতি গৈছে, এই কাৰণেহে নাকাটিলোঁ। তথাপি জেঠেৰীয়ে ভালৰূপে শিখাই দিবক।” এই বুলি চাঙ্গৰপৰা ও সমাতিক গোটাই খেদিলে, তাৰ পুতেক জয়ানন্দক নিতাস্তে জগন্নুৰ হাতে জনাই ১০টা ১০টা কিল মাৰিছিল সাতো পুৰ্ব্বে ৺ৰ আগত সনাতন কটকীক কুটাৰ পো বুলি সমাতিয়ে গালি পাৰিলে। তাকো উনটি গালি পাৰিলে। ৺দেৱে দুইকো গোটাই খেদিলে। সেই কথা সনাতনৰ মনতে আছিল। সেই কথাতে ছল পাই তাকো এই ৰূপ কৰিলে। পুনৰ্ব্বাৰ ছেক-মেলাকো ৺এ খানাপে বিদায় দিব দিলে; বৰুৱাও বটা-বাহন দি বিদায় দিলে। পুনৰ-বাৰ আহুনাবাৰ-খাঁয়ে বচিপ-খাঁ, নুৰৰ-খাঁ, দুই উকিল আমাৰ কটকীৰ সগত পঠাই দিলে। ১১৩ ॥

আহুনাবাৰ-খাঁৰ বৰবৰুৱালৈ দ্বিতীয় পত্ৰ।—পত্ৰ এই—

স্বস্তি সকলমঙ্গলৈক-নিলয়-পৰম-সুপ্ৰতিষ্ঠিত-কলেৱৰ লিখিতং

শ্ৰীযুত বৰবৰুৱা গোঁহাই ও ঢেকিয়া গোঁহাই সুহৃদয়ৰ চৰিত্ৰেষু—

সৌহাৰ্দ্দপূৰ্ব্বক লেখনং কাৰ্য্যঞ্চাগে আগেয়ে তোমাৰ সৈৰত খুব মঙ্গল জাহানকেৰৰ মনিস্ব উপযুক্ত ৺৺লে মাগতাহো। পৰে তোৰুত্তি আশিস আমাৰা, সৰ্ব্বথা চলনছৰ ওপৰ মাফিক হৈয়া আছিব, তথা সনেত স্নেহে এখন তোমাৰ একইত লোকক বাৰ্ত্তা হাসিত সেৱ সেৱ ও আমাৰ সাথ ভেজিতে বহ। আমিও পুৰ্ব্ব পুৰ্ব্ব ওমৰাওসকলেৰ যে সৌহাৰ্দ্দ অভিমত সেমত খাতিৰ ৰাখিবকে বোৱনি হৈয়া বচিপ-খাঁকে ও নুৰৰ-খাঁ, দুই জন আপনি তোমাৰ পাচ ভেজিতেআছি। আহনাৰ সঙ্গে অনেক মনুষ্য সুচাৰুৰূপে ওখান হঁক ৰহুৰকে পঠাৱাৰ উচিত নহে। এমন কৌশিকে যেহি যেহি প্ৰয়োজন চিত্তকে ওপৰ থাকিতু ছিল সেহি তমাম লোভি দলেৰ গায়না বহে। পাহাৰ-পৰ্ব্বাস চুপক ওৰকানিতে মাগতাহো। এতেকে তোমাৰ আমাৰ চিত্ত বিকৃততাৰ নাহি বহে। কি কাৰ্য্যত লোপকৰ বাতত গো-ব্ৰাহ্মণে হৈয়াৰ স্তুতি তা খুব নিত বহে সেহি ভাৱ উভয় পক্ষাভিমত কৰ্ত্তব্যতা বাবেৰ সব গৰজ মিলাপিৰ

ৰনকৌলি আৰত পাৰশেৰ তোড়কাহে, নাৰাতাহোঁ, মেৰ ও আৰৰ সাম্পুত যাতাহে। অতএৱ তুমি আমাৰ যেখন পি কাৰ্য্য তাগাৰত হুকুম কৰ সেহি ৰূপ অভিলাস আভিনত হৈবেক। এত দোস্ত প্ৰীতাৰ্থ সাৰকাশ ৰহে। আৰ এখন যে লিখিয়াছ নীল-খাঁ তোমাৰ মজিক ৰহে। এহিৰূপ ভেন্তা তোমাৰ নুৰানদাবেৰ বেটা মাদাবুল শক্ৰসেন ও জানাল অনা শত বাৰবাৰ মাচুচ কেনত হুকুম কৰাহে, এক হেজন ফেৰবাই মিত্ৰ নবাব যে আগমিকো বোকছাকে থানা গুৱেছে; আনেক হৈতে এমত অপৰিতোষ না বিচাৰ কৰ অপৰীৰাগমিত ৺পাৎচাহানৰ বলুকেন লোকসৱহ সাৰকাশ হৈয়াছে। কোনো মনে কাৰ ৰাখিতে সামৰ্থ ৰহে, আপোন মাৰ্জিক ৰহে কৰ্ম্মানুসাৰে, দোৰ চড়ে আমিতো কোন ওজুৰে যাতাহোঁ, নিকৰ্ম নাজনখাহে, আৰ অধিক কি কহিন। হামাৰ চিত্তকে অশত খানিক নাহিবৈ। এথা আহৱ যেকি বাকীত ৰহে তোমাৰ উকিল সনাতন ও শ্ৰীকান্ত সাৱধানে হুকুম কহিবেক। তুমি আপোন বিচাৰপূৰ্ব্ব শানিস্তমল হৌতাহেঁ, ইতি, সনবিছ্ শানি ১০৬৫, শ্ৰাৱণ, তেৰিক ১১।

সন্দেশ।—বানাত ১, পালেঙ্গপোচ ৫, নং ২ সেৰ, জাইফল ১ মোন, চিট ২ থান, ফেকশন ২ থান, ৰকনাথৰ ৫ সেৰ, চিনি ২ মোন, লোং ৮ তোল। ৰচিপ্‌-খাঁ, মুক্ৰ-খাঁ, দুই উকিলক ৺ত জনাই ৰকৱাৰে বিদায় দিলে বঁচী-নাহন দি। ১১৪ ॥

ভিতৰুৱা কাজিয়া।—এই কথাৰ আগে জাহিনা-পুখুৰ সময়ত ৺পাৎ-সাৰ চৰকাৰি দিল-ৰহমৰ নাৰ বঙ্গাল ১ টা, ৰচিপ্‌-খাঁ ১, মজবান-খাঁ ১, এই তিনি পুখুখো ২৩ বঙ্গালৰ বেহনীয়া মানুহ পিঙ্গলিৰ কোষে গোৰাকুচি-গ্ৰামত ভোটি, ডকনা সহিতে তাতে কিনা-বিকা কৰি আছিল আমাৰ মানুহ সহিতে। আমাৰ মানুহ ১টাক ধন কৰি ছুৰী হানি মাৰিলে, পাতক-সায়কৰ নগৰ ১ টাৰ মুৰ কাটিলে, নকুল নজৰৰ নগৰ এক চেকেৰিক কাটিব খুজিলে, পলাই তিনিও এৰাই বৰুৱাৰ ঠাইত ওচৰিলে। বৰুৱাই বোলে, "আমাৰ বাগুৰ চেৰৰকাল গীতি-কচৰা সোমাই এৰাইছে পলাই; পি যে আমাৰ মানুহক এনে কৰে তাক ভোকে কটা তাৰে ত'তে কাটোক; জগনিকো দিলে নগত, চেকেৰিৰে সহিতে সেঁ কাটিলে। তাৰ নগৰ নাল-খাঁ বঙ্গাল পলাই আহ্লাদাৰ-খাঁৰ ঠাইক পাল। সকলে সমাচাৰ সবানত কলে। নবাবেও বঙ্গালৰ জমিদাৰ শাচিন-খাঁৰ বেটা ৰচিপ্‌-খাঁ আৰ ৰহিৰৰক্ষৰ বৰুৱাই চৌধাৰী এই দুই জনক পত্ৰ-সন্দেশ সহিতে এই কথাৰ উকিল কৰি পঠালে। ১১৫ ॥

নবাবৰ উকিলৰ বিবাদ।—আল্লাৱাৰ্দি-খাঁৰ পাচত নবাব থকাৰি আছিল খানা গুৱাহাটীত ১, তাৰ পাচত হৈছদ হাচান নবাব ১, তাৰ পিচে মীৰ্জা-হাচান নবাব হ'ল, সিও ১ বৎসৰ আছিল ১। তাকো খেদি হৈছদ-হাচান নবাব হল ১, সিও গুৱাহাটীতে মৰিল। তাতো পাচে হৈছদ-কুতুব নবাব হল। তাৰে নাক-কটা কচনো বোলে ১। তাত পাচে নবাব হৈছদ কুতুব আহিল, সিও ৩ তিনি বৎসৰ ভোগ কৰিলে ১। তাত পাচে হৈছদ-চানাই সিয়ো ২ বৎসৰ থাই মৰিল ১। তাত পাচে মীৰ্জা-সাধুনা আহি ৫ বৎসৰ ভোগ কৰিলে। সাধুনাহে বোলে, "আল্লাৱাৰ-খাঁ নবাবৰ কাল পৰ্য্যন্তে আমাক অহনি কৰি প্ৰীতিসে চলিছে এক বিংশতি বৎসৰ। এখন আমিও সেইৰূপে থাকিলেহে ভাল।" এইৰূপে সমালোচন কৰি কনিয়াবৰলৈ মহমদ-খাঁকে পহলনকে পঠাই দিলে পত্ৰ-সন্দেশ সহিতে। ৺লৈ বিধান লেখিছিলে সি খানত মহমদ-খাঁকেহে লেখিছিল, পহলনক লেখা নাছিল। এই কথাতে মহমদ-খাঁয়ে বোলে, "মইহে পাৎসাৰ উকিল, পহলন সে ইটো নবাবৰ বৰ-কান্দাৰিহে; মোৰ সমান নহয়।" এই কথাতে পহলনক কনিয়াবৰতে ৰাখিলে, গড়গাঁৱক নেদিলে। পহলনে বোলে, "মই যে সামান্য, মহমদ-খাঁয়ো কিমান ডাঙৰ?" মহমদ-খাঁয়ে বোলে, "সত্য কথা কহিলে কিয় খুট বোল।" দুয়ো উকিলৰ হলৰ সমাচাৰ ৺ৰ ঠাইত জনালে। পাচে ৺ৰ আজ্ঞাতে ডেলিয়া পোহাইতে বোলে, "আমাৰ ঠাইত দুয়ো উকিল, তইঁতৰ দুইত যে বিপৰীত জনা গ'ল ৺ৰ ঠাইক বাপতীকি পত্ৰ তেজিছে। সিখানক চাহিলে মহমদ-খাঁহে উকিল। পুনৰ্ব্বাৰ পত্ৰত লিখি নবাবে যদি তোৰ লেখে মহমদ-খাঁহি বিৰূপে ৺ৰ চৰণক সেৱা কৰিলে, তোকো যদি ভাগ্য থাকে তেখন তইও হাজিৰে সেৱা কৰিবাক পাৰি।" এই বুলি নাঁচী-আহম দি আমাৰ পত্ৰ-সন্দেশ সহিতে উকিল চতুৰ্ভুজ, একাদহক পঠাই দিলে। পাচে নবাবত পহলনে কলেটো বোলে, "তোমাৰ চাকৰ মই, মোক সামান্য বুলি মহমদ-খাঁয়ে গড়গাঁৱলৈ নেদি আচামৰ আগৰ সকলে সন্দেহ কৰে।" পাচে এই কথাতে থাকি নবাবে বোলে, "একাদহ, চতুৰ্ভুজ, দুয়োত নানান মুকুতা মুগাল, ভৰণাদি কৰি গ্ৰাহ্যি থাকে।- দুয়ো নাচিছিলে মণিধাৰ হেম সাৰ

লোৱাই, সূত্ৰ ছিঙিলে সময়ত ঠাই ঠাই হয়। ৺প্ৰীতি-সূত্ৰ যথাত আছোঁতে কেমনে এক ভাৱ নাহি?" পাচে আমাৰ একাদশে বোলে, "চাহাৱ, বন্ধন খালিত একতাৰ নিমিত্তে সমস্ত সিদ্ধন পুনাৰ, চাহাৰৰ যে সিদ্ধ-পাত্ৰৰ মধ্যতো যে কোনোটি কেঁচাকো থাকে; প্ৰাংসাই লোকৰ ৰণনিকল ইৱাৰতে পুৰা হোৱা।" এই সিদ্ধান্ত পাই নবাবে বোচাল ডে ৰীতা-বাহন দি পুনৰ্ব্বাৰ মহম্মদ-খাঁক পঠাই দিলে দুই কাৰ্যীৰ লগত। ১১৬ ॥

নবাবৰ পত্ৰ।—পত্ৰ এই—

শ্ৰীযুত ৺ৰ স্মৃতৰ ধৰমৰাজ গোহাঁইজিউ পৰমাপ্যায়িত চৰিত্ৰেষু—

নিবেদনঞ্চ পূৰ্ব্বক লেখনং কাৰ্য্যাঞ্চ আৰ এথা কুশল, তোমাৰ কুশল মঙ্গল সদা সাৱশেষ চাহি। পৰং তোমাৰ ফৰমান দিয় কৰিতে ও মন জানিলাম ইহাৰ অন্তৰূপ দোস্ত ৰহতেৱা ইত্তাদ হোৱে। অতএব পৰস্পৰে যেমন প্ৰীতা আছা তেমন কৰিবেক আৰ আমিও তোমাৰে যে প্ৰকৃত কথাৰ সন্তুষ্টটা হয় তাবেক কৰিব। এখন আমাৰ মাজিকি ও বিবাদৰ ৰহমদখাঁ তোমাৰ নজৰি ঘৰৰ ফিৰস্তাল হৈতেসে ও আয়ে তোমাৰ মনুষ্য অনুকূল কৰিয়া তুমিও প্ৰেম-পত্ৰ সহিত ইহানাৰ সঙ্গে প্ৰভৃতি ভেজিবেক। এতেকে পূৰ্ব্বা-পৰ মাজিক মৰ্য্যাদা ব্যৱহাৰ উভয় তৰফেত না কিছু কমি কৰিবেক আৰৰ আমিও তোমাৰ একাদশ, চতুৰ্ভুজ, এমবা দুই জনেৰ সাক্ষাত যি কাৰ্য্যত লোকৰ সাম্প্ৰত সাহাজিক পাঠিবেক। সে কাৰ্য্যৰূপ সাৱশেষে জ্ঞাপন কৰিবেক। অধিক কি কহিব। আপুনি বিচাৰপূৰ্ব্বকে খাতিৰ জুটি কৰিবেক। ইতি, সন ১০৮০।

সন্দেশ,—ঢাৰ ২ মুঠা, হুকাতানি ১০ খন, বানাত ২ থান, মিশ্ৰু ৩ সেৰ, পালেঙপোচ ৫ খন, অভেল কাঠ ২ সেৰ, নং ১ তোলা, জাইফল ২ তোলা, চৰবন্ধ কাপৰ ৫ খন তিন তোলাত দিছিলে। এইৰূপে অনেক বাৰ নাখুনা নবাবৰ দিনত উকিল-পত্ৰ গতাগত কৰি প্ৰীতিভিন্ন আছিল। ১১৭ ॥

চকৰপাণি বাগুধৰাক ৺ৰন্ধৰ ঠাইলৈ পঠাই দিলে, বোলে, "মহাৰাজা লোক দক্ষিণকোল, মই নওঁ উত্তৰকোল, তোমাৰ লোক আমাৰ লোকে এক ঠাই হই থাকিলে বঙ্গালে কি কৰিব পাৰে?" এই কথা ৺প্ৰ নানানি কটকীক আহিব দিলি বৰফুকনলোকক কিলাই পঠাব দিলে। তাত পাচে প্ৰাণনাৰায়ণ ৰাজাৰ ভৱনাথ কাজিয়ে আহোমৰ যুদ্ধ দিলে ভৰাহালিক লৈবাক প্ৰতি। আচামৰ তোতোলা বৰুৱা পৰিল, মান শাকৰতী ২টা পৰিল। তাত পাচে ৭ দিনৰ অন্তৰে ভৱনাথ কাজিও যুদ্ধে দেখানি ভাগি লৈ চম্পাগুড়িত ৰহিল; চন্দ্ৰনাৰায়ণকে চিলাম কোঁৱৰকে লৈ বেহাৰক গ'ল। আচামৰ লোকে হৰি-ডেকাৰ বেটা পুনুথো মনতিত ৰহিলাগৈ; বৈশাখ মাস, শক ১৫৮১। সেই-বেলা ৺এ টিচু দলিকৈক দায় ধৰিলে, বোলে, "বঙ্গাল যে ভাগি গ'ল তাক কিয় লৈ নধৰিলে, আৰু বঙ্গালৰ বস্তুবাত মইহে পাব লাগে, সিহঁতে কিয় ললে?" এই বুলি টিচু দলিকৈক, দুৱৰা গোঁহাইৰ পুতেকক, সনাৰ ডেকাক, কোঁপতীয়াক, এই সকলক গড়গাৱঁলৈ আনি বৰহাতত যোৰা দি থলে। চতুৰ্ভুজ কটকীকে একাদহকে বোলে, "বঙ্গালৰ ঠাইত যে আছিলি বঙ্গাল যে ভাগি গ'ল তাক জানি বৰফুকনলোকক নকলি কিয়, আৰু বঙ্গালক দক্ষিণ-কোললৈ পাৰ কৰিলি কিয়?" এই বুলি দুইবো এপোটা চকু কাঢ়িলে, ভৱাও চালিলে। তদন্তৰে আচামৰ একৈদ লোক কলিয়াবৰত ৰহিলাগৈ। সেই সময়তে বৰদেউনীয়াৰ চন্দ্ৰনাৰায়ণৰ বেটা জয়নাৰায়ণ কোঁৱৰে বঙ্গালদপৰা আহি জয়ধ্বজ মহাৰাজাত শৰণাপন্ন হলহি। ৺ও তাক বৰহমা আই-কুঁৱৰীৰ হাতে বিয়া দি নিজুৰ বস্ত্ৰ দিলে। আৰু তাৰ মাথাত পাৰ দিয়া কামৰূপৰ ৰাজা পাতিলে; শক ১৫৮১, শাওণ মাস। ১১৯ ॥

পাণ্ডু-শৰাইত আহোম।—পাচে হামুনি ফুকন প্ৰমুখো চম্পাগুৰিৰ গড় মাৰি নামিলে, চন্দ্ৰনাৰায়ণ পৰিল। নাপেতি ফুকন, ফুলবৰুৱা ফুকন প্ৰমুখো নাৱে লৈ বিজয়পুৰৰ গড় মাৰিলেগৈ। পাচে তামুলী-দলৈৰ পুতেকে নাৱে লৈ সোনকোহ পাৰ হই ভনী মাৰি পুনৰ্ব্বাৰ বিজয়পুৰলৈ আহিল। পাচে জয়নাৰায়ণ বৰুৱাক প্ৰতি আচামৰ লোক পাণ্ডু-শৰাইঘাটলৈ যাহিল; আশ্বিন মাস, শক ১৫৮১। ১২০ ॥

বিষয়াৰ শাস্তি।—ফাল্গুন মাস পুনৰ ভৱনাত কাজি আহি মানাহা সীমা কৰি ৰহিলহি। পাচে জয়নাৰায়ণে বোলে, "তোমাৰ লোক মানাহা পাৰ হব নালাগে, বৰদেউনীয়াক মই দিলাই দিম।" পাচে নিজান নোৱাৰিলে। সিপাৰৰ পৰা তিনি দিন ভনী মৰা মৰি কৰি পুনৰ্ব্বাৰ চৈত্ৰ মাস বেহাৰক

গ'ল। এই কথা ৺রে শুনি বোলে, "বৰমেণ্ডৌনীয়া যে ভাগি গ'ল তাৰ পাছে বৰফুকনে আমি নপ'লা কিয়?" এই বুলি নাৎফৈনীয়া বৰুৱা, চিৰিঙ্গা, এই দুই লেওয়াক গাবিগৰ সভাত তলাই আনিব দিলে। জয়নাৰায়ণকো শাস্তি দিলে, বোলে, "কি যে বৰমেণ্ডৌনীয়াক বৰাই দেউ বুলি কিয় মোৰাহিলে?" বৰফুকনেও তাৰ তামুলী এটা কাটিলে এই কথাতে। ১৫৮১ শকত চৈত্ৰে পাখৰতলৰ পৰা ৰামানন্দ-প্ৰভু দুই জনাৰায়ণ পলাই গ'ল। ১৫৮২ শক, ৰাগ বৈশাখ, বাদুলি ফুকন, সিত্তিজীয়া নাওপতি ফুকন, কুলবৰুৱা প্ৰভুৰো হাতীচলা, ৰবীতলা মাৰিলেহে। বৰফুকন পিকচাই ঢেকীয়া বালিত থাকি কামৰূপৰ যত ঢেকেৰি আছিল সবাকে সব লোককো পৰ্যন্ত ডকাই আনিলে। সেই সময়ৰ পৰা ঢেকেৰি বাইজৰ হাবি হৈ আছিল। আৰু সেই সময়ত ৺রে কাৰ্য্যৰ বিসঙ্গতি হব যেন জানি চাওঁ-পাৰ ঠাই উকিল পঠাবৰ বাবে চাংৰেৰ ভৈই চাঙ্গৰীয়াসকলক পুছিলে, বোলে, "ঢকাৰ নবাবে যে আমাক সমান পত্ৰ লেখে লেখিব পাৰনেকি?" পাছে ফুকন বৰুৱা আদিতে সকলোও অনুমোদন কৰিলে বোলে, "৺রে যি বুলিছে উত্তমহে বুলিছে। উদয়গিৰি অগৰাম্বা, অস্তগিৰি দিল্লীশ্বৰ, এই দুইজন হৈ থকিহে পৰস্পৰ সমান লেখন উচিত হয়। ঢকাৰ নবাবতো ৺ৰ বন্দী বৰুৱা ফুকনবৰে যোগ্য।" তাতে পাছে সনাতন, মাধচৰণ, দুই কটকীত ভৰিলে, দুই কটকীয়ো সেইৰূপে কলে। পাছে ৺ও ধঃ ভৈই যেন ভাঙ্গি দুয়ো কটকীক বন্দী কৰি থব দিলে। পাছে পুনৰ্ব্বাৰ চাৰি দণ্ড মাৰিলত পৰীয়া বহাৰ পৰা সনাতন, মাধচৰণ, দুই কটকীক ভিতৰক নি ৺রে বোলে, "কটকী ভৈই তইঁতে সুজিপৰ কথা মোত কিয়া নকলি?" পাছে দুই কটকীয়ে বোলে, "আমি দুই বন্দীয়ে ৺দেৱৰ আগত মাতিব পাৰোঁনেকি? ৺দেৱৰ তেজ-শক্তি অবগত তিনি-জনা ডাঙ্গৰীয়া, বিশেষত বৰবৰুৱা, বৰফুকন ৺ৰ দুই বাহু, নৰসত্তুৰ সদৃশ আৰো ফৰা-ফুকন বন্দী-বেটী অনেকো ৺ৰ সভাত আছিতে আমি দুই বন্দীয়ে একো মাতাতিলোঁ; হাতী-ঘোঁৰা, সোণা-ৰূপীৰ নগৰ মানুহ আমাৰ কথা কত বৰ, আৰু ৺রে যিৰূপে হুকুম দিলে সেইৰূপে কলোঁ।" ১২১ ॥

চাওঁ-পাটৰ কটকী।—পাছে ৺রে দুই কটকীক বোলে, "তাৰ দেশ-লোকজন চাওঁগক চাহিলে আমাৰবেলো কোনৰূপে বহ্য হব? কি কৈছে ঢকাৰ নবাবেৰে ফুকন বৰুৱাহে সমান হেন, ইটো অযোগ্য।" পাছে দুই কটকীয়ে বোলে, "৺ৰ চাওঁ-তলাত যেনা বন্দী যেনৰ ৰাজত যে তাৰ উন্নতিক কহিব ৺ৰ বন্দী-বেটী আমো লোক আছে। সেই সকলৰ উৎসাহ শক্তি শুনিলে

কিৰূপে পালিব, এতেকেসে সেইৰূপে কৰোঁ। বিশেষত ৺দেওনো কাৰ অধীন ঈশ্বৰে কৰিছে? আপোনাৰ বহুলা বুদ্ধিত ৺ৰে যি বুজিছে কথাও সেইহে।" আৰু সেই সময়ত ৺ৰে বোলে, "শুনিছোঁ অহং-ছা পাংশা ত্ৰৈ মুবাৰক, লাৰাং-ছাহক নাৰি তাৰ সব ভাই খাং-চুখাক যেমি গোল-কুণ্ডাৰ পৰা এক জৱোৱাল মবাৰক সেই চামানে পাংশা আজ্ঞা কৰিছে; বোলে, 'কোঁচজোৰ আৰ আচাৰ হজুৰ তই খাই চাক কৰি দে।' মীৰ্জা-হানাৰ বেটীয়ে বোলে, 'ভাল, সেই যাত্ৰা চাক কৰি দেওঁগা।' আৰ শুনিছোঁ, ছাত্তা-বীৰ ঠাই পাংশা চুকি আহিবাক বুলিছে। এতেকে আমাৰ উকিল-পত্ৰ ছাত্তা-বীৰ ঠাই গলে সকল সমাচাৰ যি ঠাইৰ বুজা যায়। আগেও ছাত্তা-বীৰ ঠাই প্ৰীতি সূত্ৰ ৰহিছে।" আৰু ৺ৰে বোলে, "যি সময় অহং-ছাৱে লাৰা-ছাহাক যেমি কাৰাক লোক-লস্কৰ পঠাই দিলে সেই সময়ত অহং-ছাৱে বোলে, 'লাৰক গোৰ যি তৰুত সমস্থৌ যাবে তথাবল টকা খৰচ কৰিব লাগাব। কিৰূপে চিপাহী লোকক ৰাখিব?' পাছে এই কথা মীৰ্জা-মুৰাদে শুনি ৬০০০ সোণৰ মোহৰ যি পঠালে খৰচৰেকৰ ঠাই। অহং-ছাৱে খৰচ দি আগ কৰি চিপাহী-লোকক পঠাই দিলে লাৰাং-ছাহৰ লাগি। পাংশা ত্ৰৈ বিদেশী মোহৰ কিৰূপে লবে? এতেকে আৰ্যাৰ বনাবল বুজি তীনেৰেও সময়ত কৰ্ণ কৰি, সিতো পাংশাৰ সখডি তাক কোনে টীন বোলে?" এই-ৰূপে সমালোচন কৰি শ্ৰীশ্ৰীজয়ধ্বজসিংহ মহাৰাজায়ো ছাত্তা-বীৰ ঠাই সনাতন নাৰচৰন, দুই কটকীক পঠাই দিলে পত্ৰ-সন্দেশ সহিতে। হস্তি-দন্ত ১৪টা, গাৰু ২৭টা, কনীয়া চাবৰ ২০টা, মৰিচ ৬০ সেৰ, খৰগ ২টা, সোণৰ মনমখৰা কটাৰী দুখন, সোণৰ মোহৰ ৪০ কুৰি, আৰ সুখ সমাচাৰেও লিখাই বুজাই পঠালে। ১২২॥

কটকীৰ সমালোচনা।—পাছে দুই কটকীয়ে ৺দেৱৰ ঠাইৰ পৰা আহি কলিয়াবৰত ১০ দিন থাকিল। ছাগলুকজত ৫ দিন, তাৰপৰা হাজোত ২ ৰাতি, তাৰপৰা কুকুৰাকুচিত ১ ৰাতি, তাৰপৰা হালাদ্মুখত ১ ৰাতি, তাৰপৰা ৰঙ্গামাটিত ২ ৰাতি, তাৰপৰা চাপ্ৰাৰ চৌধাৰীৰ বিলাতত ২ ৰাতি, তাৰপৰা জেনপুৰত ২ ৰাতি, নগৰকাত ২ ৰাতি, তাৰপৰা নবীয়াৰ গোঁতায়ে গোসাই ১ ৰাতি, ডেমেৰাত ১ ৰাতি, নাৰায়ণদিয়াত ১ দিন। পাছে তাৰ-পৰা বগচৰিকা নিলেছি ২টা তুৰকি লোৱাবে। বোড-দেৱানত থাকি পাংশাহী কাৰ্য্য কাম সোৰ-পোচ কৰোঁতে নবাৰৰ হজুৰ কৰিলেনি। পাছে দুই কটকীয়ে নবিচাৰ ওপৰত হাতযোৰ কৰি ৰহিল। পাছে নবাবৰ আদেশে দুয়োবিধৰে

পত্ৰ মাতি শুনালে । পত্ৰ শুনি বচন-সমাচাৰ কব দিলে । পাছে দুই কটকীৰে কলে, বোলে, "পাংসা শুনিছো ছাস্তা-খাঁৰ বচন মানালে, এতেকে দুয়ো ঠাইৰ প্ৰীতি হৈ যদি ৰহিল, দুয়োদলৰ গো-ব্ৰাহ্মণ সুখে ৰহিব ।" আৰু বোলে, "ছাস্তা-খাঁও সামান্য নহয় । জন্মাৱধি পঞ্চ-হাজাৰী নবাব, সকল কথা-বাৰ্ত্তা ছাস্তা-খাঁ পাংসাৰ ঠাই জনাব পাৰে । আৰ অতি পূৰ্ব্বে তোমাৰ যে বাজা সত্ৰাজিত আমাৰ ঠাই বৰফুকন সহিতে যিৰূপ প্ৰীতি হৈ আছিল তদনুপ্ৰীতিলৈকে নবাব আহ্লাআৰ-খাঁ শ্ৰীযুত বৰফুকনৰ চাতে তদৱধি হৈল । ইদানীক তোমাৰ চাৰ্দ্দশোগন্ধ আমাৰ চাতে যেমন আছে আৰ আমাৰ সম্ৰাড যিৰূপ তোমাৰ নজিক আছে, যে কৰ্ম্মে প্ৰীতিৰ বীজ বৰ্দ্ধিত হৈয়া পুষ্পিত ফলাণিত হইবে, এতেকে কাৰ্য্য উভয়থা হামেচা কৰ্ত্তব্য ইদানীক ।" আৰ বোলে, "আমি দুই পাংসাৰ সমস্ত কামে প্ৰীতিতে থৈছে, এখন যেকেৰিবে বাড়ত কন্দল কৰায়া গুৱাহাটীৰ পৰা খেদাই ।" এই কথাকে মীৰ্জ্জা-মাধুৰাও শালে, বোলে, "হয়, লোক ভবানাথ কাজিকে গুৱাহাটীৰ পৰা ভয় দেখাই পঠালে ।" এইৰূপে শুভ-সমাচাৰ ছাস্তা-খাঁও কলে । পাছে ছাস্তা-খাঁও পাংসা দিয়া নাম কেশোন-খাঁ পুত্ৰেকক বোলে, "৮বে সোণা উকিলকো নজিক্ পঠাবো ।" পাছে আপোন নাম মীৰ্জ্জা-সুখী পুত্ৰেকে ছাস্তা-খাঁৰ আজ্ঞামে সুলতানী আবৰ জামা ২টা, যোগৰ দহিয়েৰে শুক্ল পাগ ২টা, কনীয়া পটুকা সোণৰ ফুলেৰে ২ থান, ইজাৰ সহিতে ২ বন্দ পায়জা, বিচিত্ৰ সোণোৱালী পাটি ২ থান, দুই কটকীৰ পানি বচোৱান, কঁৰীয়া সোণোকাই কাণত জেঠীৰ ডিমাৰ সান মুকুতা, স্বৰ্ণৰ বহুমূ, পুৱাল সহিতে কৰ্ণভূষণ কৰিলে । সিদিনা আন এৰো সাত বচন কথা ছাস্তা-খাঁ নবাবে দুই উকিলত সুধিলে আৰু বোলে, "ৰায়-নন্দলাল দেৱানৰ বাসা দিওক নি ।" ৰায়-নন্দলাল দেৱানৰ ঠাই ৭ দিন আছিল । ৰোজ এগোটাকে ১০ ৰূপিয়া পকা কৰি দিছিলে দুই উকিলক দিতে । লগৰ মানুহক দিতে এজোটাকো ৫ ৰূপিয়া কৰি দিছিলে । ১২৩ ॥

ছাস্তা-খাঁৰ উত্তৰ ।—আৰ নবাবৰ নিয়ম এই,—বিহানে নেমাজ কৰি বহে, সেই সময়ত জী-কাকতী ওবাকামবিছ ভিতৰৰ সকলৰ হাসা-পৰিহাসা তাকে দেখি থয়, তাকে শুনায়, তাৰ সিদ্ধান্ত অনুক্ৰমে দিয়া বিসৰত সামাত ৰহেহি । চাৰি দণ্ড সাতোৱান বাৰি দুৰ্ব দুই ওজু কৰে । পাছে পীৰ-ফকিৰক খানা খাব দি আপুনি ভোজন কৰে যায় । সেই প্ৰস্তাবত আমাৰ দুই কটকীৰ অত্যাশ্চৰ্য্য নি অনেক কথা-বাৰ্ত্তা হৈছিল । সেই সময়ত ছাস্তা-খাঁ নবাবে

বোলে, "সনাতন, মাধচৰণ, তোমাৰি ৶ ৰাজা আৰু ভাই ৰৰনৰাৰ প্ৰীতি-বাক্য হৈয়া আছে। আমাৰি সবংশে পাংগা আপোনাৰ ভাতৃসকলক বন্দ কৰি সবংশে পাংগা হৈয়া আছে। সবংশৰ নাম কুটুম্ব কোনো পাংগ নাহি, বৰ ৰাজমুতী পাংগা, আৰ বিশেষতঃ শুনি আছোঁ, আসামমলুক আৰু কোঁচবেহাৰ চাপ কৰি দিবাক খানখানাক পাংগাৰ আজ্ঞা হৈছে। সি যেখন তোমাৰ সমুখে যাই, তেখন তোমৰা অনেক ভাব ঠাই সুপাৰিচ কৰিছ, কৰিবাক লাগে, তেবেসে দুই দলৰ গো-ব্ৰাহ্মণ সুখে ৰহে। যিৰূপে খানখানা ফিৰে সেৰূপ কৰিবা। খানখানা জবোৱান নবাব, ভাল মন্দ কিছুকো নাজানে।" পাচে আমাৰ মাধচৰণে বোলে, "চাহাবে যি বুলিছে, সিতো এমতহে হয় পূৰ্ব্বে ৰাজা যুধিষ্ঠিৰক পাঞ্চ ভাই ভাগিয়া সহিতে কূট-মন্ত্ৰণা কৰি ৰাজ্যসম্পত্তি চুৰিয়া লৈলেক দুৰ্য্যোধনাদি সকলে, তথাপি কালচক্ৰৰ গতিৰ দ্বাৰায়ে যুধিষ্ঠিৰেহে চক্ৰবৰ্ত্তী ধৰণীমণ্ডলীৰ ৰাজৰাজেশ্বৰ হৈয়া ৰহিল। দুৰ্য্যো-ধনাদিৰ কূট-মন্ত্ৰণা আপোনাৰ নগতহে গ'ল, ধৰ্ম-কৰ্ম্ম কিছু নৰহিল; এতেকে লোভ কৰিব নাপায়। ঈশ্বৰে যাক দিয়ে সেইহে পায়। আৰু চাহাবে যে বোলে, খানখানা জবোৱান নবাব, ভাল মন্দ কিছু নাজানে। যাই বৰলোক হৈয়া ভাল মন্দ নজৰ নাহি কৰে, তবে সিতো সৰ্ব্ব-চাতে কেমনে সুপাৰিচ ৰহে। সিটো জবোৱান নাহি হয়, নামৰ্দ্দ হোবে। পাচে ছাত্ত্বাখাঁ বোলে, "হা হা ঠিকিল, যেখনো খানখানা আমাৰ চাতে আইসে তেখনো সোদাই যে হুকুম কৰে, পাংগাতো হুকুম এখন খানখানাৰ ওপৰত চলিছে।" এইৰূপে অনেক কথা-বাৰ্ত্তা হৈ আছোঁতে সেই সময়ত ছাত্ত্বা-খাঁ সানেকিত খানা খাইছোঁতে বোলে, "সনাতন, মাধচৰণ, তোমাৰি স্বৰ্গৰাজা কতনা খানা খায়?" তাৰ অৱশেষ যি সানেকিত আছে, তাতে হাতেৰে চাপৰ মাৰি দেখালে। ১২৪ ॥

অসমীয়া কটকীৰ বিদায়।—নবাবৰ বচন শুনি মাধচৰণে বোলে, "চাহাব স্ব৶ য'ত খানা খায় তাক আমাৰ নজৰ কৰিবাক নাহি পায়। ৶ খানা খাইছোঁতে যে বৰগোহাঁই আৰু বুঢ়াগোহাঁই আৰু বৰপাত্ৰ-গোহাঁই বৰবৰুৱা, বৰফুকন যাক বৰদলৰ বোলে, আৰু কা-ফুকন ৰাজখোৱা, এইসকল সহিতে অভ্যান্তৰত ৶ৰে স্বৰ্ণৰ সিংহাসনত থাকিতে যাক যিৰূপ স্বৰ্ণৰ বস্তুৰ থালত ক্ৰমে খানা দেয়, সেই সকল সহিতে ৶ৰে স্বৰ্ণৰ থালত খানা খায়, যাৰ নাম আইহাঞ বুলি প্ৰসিদ্ধ কৰে। কিন্তু চাহেবৰ সানেকিত যতমান বাহিছে ততমান খানা ৶এ হেজুৱাকো বাহিবাৰে; চাহেবৰ সানেকিত যতমান

খানা দিছিল, তেওঁলোকেও আৰ অৰ্দ্ধমান খাই নাৰেকে আনি দেখো।" পাছে ছাত্তা-খাঁদে নিজৰুল হৈ বৰ প্ৰশংসা কৰি কোম্পানী বাহাদুৰে কাপোৰ ২ যোৰ, সোণৰ পাগৰিয়েলে দুই কটকীক দুই গড়ৰ ৪০০ ৰূপ দি বিদায় দিলে। আৰ মানুহ লৈ ১০০ শ ৫ খন ভাৰী নাৱেৰে, লগত গৈছিল আমাৰ ২ কটকী ২ খন চৰাত, নাচক নাৱেৰে ময়নাৰ কটকী বৈশাখ মাস পালেহি গড়া সংৰক্ষণ কৰিতে। পাছে গুৱাহাটীত আহোম স্বৰ্গদেৱৰ বৰফুকনে থানাপে তুলিলে। ১২৫॥

বৰফুকনলৈ ছাত্তা-খাঁৰ পত্ৰ।—পত্ৰ এই—

স্বস্তি মহামহিম ৬ৰাজাকে শুভৰ ভাই বৰনবাবিক প্ৰতি—

লেখনং কাছাজাগে তোমাৰ এনাহত মেহেৰজুদ নানাসহিত তোমাৰ উকিল সনাতন ও মাধৱচৰণ আপোন কৰ্ম্মহিত এখানে আগৰ ভাগ্যৱত সদাচাৰ পত্ৰছিলে আমিও পৰম সন্তুষ্টিত ভাব হৈয়া ইয়াৎ হকিকত্ পত্ৰ: সাদৰে পুৰুছিলাম, আৰ তুমিও আমাৰ কাৰণে হাতৰ ৮ আচকি সন্দেশ ভেজিছিলা, আমাৰ তোমাৰ প্ৰীতি, ইহাত আচৰিত কি কাৰ্য্য? আমাৰ কামৰূপ কোচদেশে ৰাজ্যত সব উপাৰ, তুমিতো আপোন মনুকে বাহিৰ কৰ্কে বৰহুলন হৈলো আছে। শ্ৰীশ্ৰীযুত আজান পাৎসা চাহেবকে আহালদিল পুৰমানসাপেক্ষ আকাৰে চিৱাপ কৰুন কে ৰাখছে। আকতাৰ শ্ৰীযুত ৬ৰাজাৰ শুভৰ নবনবাবকে একবাৰ গিৰি বৰকৰ্কন আছামকে ৰাখত। ৰায়-ৰজলা কুকন আমাৰ নজিৰান চাৰনজুন ৰাজাকে শুভৰ-নবনবাবত ও দিৰে আৰ গিস্ত ইমুকো কৰুন হোবে হাল, আৰ তুমি বুজিবাহ্ চেকবিহে তোমাৰ আমাৰ মধ্যে অ'ন্তৰ নেই, খানা বিগাৰ কৰে, আমিতো দিন নাজাত্রাহে, এমনতে। নানখাৰ জবাব লেখি আছু। আমিতো আহাল নাহে দানী আৰ তোমাৰ নিমিত্ত সন্দেশ লোকজন উকিলৰ হাতে পাঠাইতেছি। আৰ বাইগাৰ কৰ্ম্ম মাফিক সমাপ্তি লৈবেন; ঔ আগে ৭০০ ৰূপয়া পঠাইছিলা সন্দেশীয়া গুনা গাড়ী খানো উপাৰন কৰুচিয়া, কিন্তু যদি এখন তোমাৰ ৬ কৰ্ম্মই হৈয়া তবে শুভাই পাঠাইবেন, কি কাৰ্য্য ছিল, তোমাৰ ও আমাৰ, ৰূপয়া দুই নাহয়, ৭০০ ৰূপয়া উপাৰন তাৰ মানছীয়া লৈবেন। ও এখন আশীৰ্ব্বাদ-উমৰাও মীৰ্জা-হেনাৰ বেটা মীৰ্জা-মুদা নবাব ভাগ্যৱত আচৰ মহিমকে মজিল-ৰনজিল চুৰুঙাহ হবে; আৰ তুমিও একসামগ্ৰীতে আপোন খাতিৰ জমা ৰাখিবা। এই সমস্ত সব যেমত মহামান্য দিলগীৰ চোৰগাহে, এমত বুধাৰেত, তোমাৰ আমাৰ মধ্যে লোকজনৰ আজান বন্ধক চলা তাবিৰ নবাব, কৰ্মপ-

ঠাই পালেহি। তেঁতে দুই কটকীক মাতি বৰফুকনটৈল জনালে। পাচে বৰফুকনেও ৺টৈল জনালে। ৺ৰ আজ্ঞাতে বৰফুকনে এই বুলি বিদায় দিলে। পাচে লাপেতি ফুকনেও লালোৱা, হৰাম, দুই কটকীক তুলি বোলে, "ঐ লালোৱা, হৰাম, তহঁততকৈ গো-ব্ৰাহ্মণ বধিবাৰ কাৰণ যি কৈছিল ই কথা আমাৰ ঠাই কল নাপাই, বৰদেউনীয়াতহে কৰ পায়। আমি বৰদেউনীয়াকহে মাতি লৈছোঁ। তাঞ্চিৰ আমাৰ কলম নাই, প্ৰীতিতহে আছোঁ।" এই বুলি তাৰ লগে দুটা ভাল মানুহ দি বিদায় দিলে। পাচে লালোৱা, হৰাম, দুই টেকিলো গৈ নবাবত জনালত নবাবে বোলে, "আচামৰ দুই আদমিক পঠাই দে," এই বুলি। "ভাল, এখেত্তো আমি মক্কিমক যাওঁ, বৰদেউনীয়া চাক হলে ইহাৰ খবৰ পাবি।" এই বুলি পঠাই দিলে। পুনৰ্ব্বাৰ বৰ-দেউনীয়াক মাতি লালোৱা, হৰাম, দুই কটকীক পঠাই বোলে পত্ৰ সহিতে বোলে, "এখন বৰদেউনীয়া চাক হ'ল। আমাৰ হাতীচলা, ধবীতলা, গুৱাহাটি এৰি দিওঁক।" এই কথা লাপেতি ফুকনে বৰফুকনলৈ জনাই তুলিলে। ১২৮ ॥

ঢাকা-নীতৈ বৰফুকনৰ পত্ৰ।—পত্ৰ এই—

স্বস্তি সকলমঙ্গলাগাৰ শ্ৰীশ্ৰীযুত মিৰ্জাশুন পাৎসাহে নামদাৰান জিয়াদা
ইক্বল আওৱালক চৰবাচ কৰৰ বস্তুন,

এক আমনাকো মহকুমৰকৰ্দ শ্ৰীযুত খান খানা চিপহচালা আমীৰোল-উমৰাও নবাব আমৰোই, ওমৰ-কৰিব, তোহ্ গুপাপাৰ, মনিজাৱে অপৰকাৰ, আবাদৈলেকে সপৰ, মহতেৰগাহ্ পুল-প্ৰতাপ, আৰ কোচবেহাৰ পহিলোকো আচাম বিলাইত কুচ কৰেহে পাওঁ, গীনমাত্ৰ মহকুমৰকৰ্দ তেওঁৰ বচন কোৰ্দ। শ্ৰীযুত মাজমুভুম বিশিষ্টগণাগণ মিনকুহাল পাত্ৰাধিপাত্ৰ মহামাতাক জানাবিলম্বাপ ও আপৰ কামৰূপ বিলাইত এওকু মেৰামত গুৱাক আপোন ইহাক প্ৰীতিসোপান মানকৰণ ইকিকত খতকিতাৰত মেচোপৰাৰ, অতএব সো তৰফ মোচলে মাঞ্জানম, এতেকো হাল, মেলানাবোক্ত পৰ্ব্বতেক সেনা ফিৰিব, আমিও তাকেলে নাকে, পূৰ্ব্বপ্ৰীত আনাহু, সনাতন ও মীৰ মগলান ও মাৰচৰম তোকাইত অংপ নাকৰিবেক। ইতি শক ১৫৮৩, মাস ফাল্গুন। ১২৯ ॥

---

# নবম অধ্যায় ।

## মীৰজুমলাৰ অসম আক্ৰমণ ।

মীৰজুমলাৰ আক্ৰমণৰ এটি উপকথা ।—পাছে বাপেতি-ফুকনে বুঢ়ি পুনৰ্ব্বাৰ বিৱৰণ লেখি শ্ৰীগিৰ্যাৰ পৰা ভগাইহি পঠালে। তাক শুনিলে, "ৰাজাৰ কাৰণ যি কৈছে, পৰমেশ্বৰ বিধাতা অনুকূল হৈ আহ দিছে, তাক শুনিলে কিয় পাব ? হস্তীৰ দন্ত ওলাইছে পুনৰ্ব্বাৰ গোসাঁইৰ কৈত দেখিছে ? এই বাণ সমাবিত কৰি ।" নালোৱা, হবাবে সোলে, "উত্তৰ জানে বচন শুনিলে বক্ষা কৰবলৈহে যুদ্ধ, বচনতো বক্ষা নহয়, হস্তীও পঙ্গুহে।" পাছে নালোৱা, হবাম, দুয়ো বাগাক বাহিল । সিইতক খাবাবে লোক দিলে। লোকত জীৱা পহু দিলে ১টা। পাছে দুই কটকীয়ে থান দিলা বাৰি পাছৰ গনৰ লোন লেলি বনৰ মাকক বেলিলে। পাছে আমাৰ লোক দিবাইতে বোলে, "পহু তোমালোকক ভোজনলৈ দিছে, বনক দেলিলি কিয়?" পাছে দুই কটকীয়ে বোলে, "ভাই, দিনচাৰেক হৃষ্ট-পুষ্ট হৈ থাকক । অনেক হস্তী, অনেক বন্দুকধাৰী, অনেক ঘোঁৰা, এই সকলৰ আগত কাঁহা যাব, থাব পাব। আৰ এক উপকথা কওঁ শুনিবি,—দুটা বাহ দঁৰা চলাইৰ যুদ্ধ লাগিল ; ই গছৰ পৰা সি গছলৈ যায় ; তাত বহ লোৱাৰি খোচাখুচিকৈ পৰ্ব্বতত পৰিল। তাৰো পৰা পৃথিৱীত পৰি মূৰ্চ্ছিত হৈ আছিল । দুই পখীৰ যুদ্ধ হস্তী-সকলে দেখিছে। তাৰ এক বুঢ়া হস্তীয়ে বোলে, "ই ঠাইত থাকিবলৈ আমাৰ ভাল নহয়। ই ঠাইত থাকিলে কল্যাণ নাই ।" তাতে এক মতলীয়া হস্তীয়ে বোলে, "এনে ঠাই এৰি কলৈ যাম ? যদি পখী আহে তাক মাৰিবাক নোৱাৰিবনেকি ?" এনেতে দুই পখী খোচাখুচিকৈ হস্তীসকলৰ আগতে পৰিল। চকু কৰ্ণত মন নাথি বা নাগিল, চকু খুচি জলাহুল লাগিল। বাছে জোঙে লোপে লোকাৱে পৰি অনেক মৰিল। দুই চাৰি পলাই এবাল। এই-ৰূপে বুঢ়াৰ কথা নলৈ মৃত্যু হ'ল। এতেকে হাতী-ঘোঁৰাৰ আলোলত জল-সাৰটত জনৰ শোণিত ভগৰ ধাৰা, যুখে যুখে আইব পঙ্গ পাৱা ।

> পাটিখুটি মাজুমখাঁ যুখে চীন ভাড়ি।
>
> থানা লেহাৰ ভঙ্গে বাইন গুৱাহাটী বাৰী ॥"

এইৰূপে বুলি দুই কটকী গ'ল। ১৩০ ॥

আহোমৰ পৰাজয় ।—পাছে নালোৱা, হবাম, দুই কটকীয়ে মাজুম-খাঁৰ ঠাই সকল সমাচাৰ কলেহি। মাজুম-খাঁও সকল সমাচাৰ পাই সসৈন্যে সহিতে

আহোমক খেদি আহি শুধয়ে বেহাৰ যাৰি প্ৰাণনাৰায়ণক খেদালে। পাচে আচামে মাজুমৰ্দাৰ আহিছে শুনি হাতীচলা, কবীতলা এৰি বালাজুৰিত গড় বান্ধি বাদুলি ফুকন ৰহিল। পাঞ্জাতনৰ কুলবৰুৱা ফুকনে, মাছৰ ফুকনে ৰহিল; ৰাজাৰ শহৰেক পিকচাই চেটিয়া ৰহিল পাণ্ডু-শৰাইঘাটত। তাতে কিছুমান যুদ্ধ কৰি ৰহিব নোৱাৰি পাণ্ডু-শৰাইঘাটত ৰাখিলহি। বঙ্গালো আহি সন্মুখে ৰহিল। আৰো একো নৈকক পাচটৈল হাহুকুৱাত ৰহিলৰ দেখি সেই ৰাতিয়েই আচাম আহি নাপাতি এৰি চামধৰাতে ভাগি আহিল। কাণ্ড-কাঠীয়ো ৰাখিব নোৱাৰিলে পাণ্ডু-শৰাইঘাটত। আৰ নৈতে যি থাকিল তাকো আনিব নোৱাৰিলে; মাস ফাগুন, শক ১৫৮৩। পাচে ৬ৰাজা সমস্ত লোক চামধৰাক ভাগি আহিবৰ দেখি নেওগৰ পুতেক শহৰেকক মাৰি বৰফুকন ভাঙ্গিলে। উত্তৰকোণে চামধৰাত ৰামকণীয়া বৰগোহাঁইক সেনাপতি পাতিলে মুখ্য কৰি। দক্ষিণে বৌৰা-কৌৰৰ প্ৰমুখ্য বুঢ়াগোহাঁই, বৰপাত্ৰগোহাঁই, নাৰনিৱাল ৰাজাৰ শহৰ বৰচেটিয়া, চাৰিবেদা, কণ্‌সনিটৈক, আনো বিস্তৰ লোক আছে। পাচে বঙ্গালো আহি নাৱে-ভৰে সাতিমুৰুৱাত ৰহিলহি। বাপেতি-ফুকন, তামুলী-সইবৰ পুতেক প্ৰমুখ্যে কৰি গড়ৰ পৰা ওলাই নাৱে খেদি গৈ ধৰি ধৰি ভঙ্গ ৰাই চামধৰাকে আহিল। পাচে বৌৰা-কৌৰৰ ফুকনে দক্ষিণকোণে যুদ্ধ দেখি বৰগোহাঁইলৈ লোকজন খুঁজি পঠালে, বোলে, "উত্তৰে দেখো যুদ্ধ নাই। আমাৰ লগত ভৰ দিবলৈ লোকজন পঠাওক।" বৰগোহাঁইও লোকজন নিদিলে, বোলে, "দক্ষিণত্ৰয় লোকজন বিস্তৰ আছে। লোকজন পঠাই মই অকলে কি কৰিম?" দক্ষিণে পাঞ্জনিৰ যুদ্ধে। তাত পাচে বঙ্গাল আহি পোতাকনাৰৰ খোলে কিছু যুদ্ধ কৰিলে। বেচাম হাতী-বৰুৱা গড়ৰ ওলাই বঙ্গালক ধৰি পৰিল। তাত পাচে ফিৰোৰ খোলে বঙ্গাল গড়ত উঠিলহি। তেতে আচামৰ লোক নাৱে-ভৰে সমস্তে ভাগি সলাত ৰহিলহি। পাচে আচামো সলাৰ পৰা নাৱে গৈ কুকুৰাকটাত যুদ্ধ কৰিলেহে, আতো ভঙ্গ হ'ল। বঙ্গালো সলা পালেহি। তেতে তিনিজনা গোহাঁই প্ৰমুখ্যে সত ৰাজাগণ, ফুকন, ৰাজখোৱা, ডাঙ্গৰিয়া, সমস্তে ভাগি আপোনাৰ ছাৱা-ফুৰ্ণী যি যেই খোলে পালে সেই খোলে ভাগি গ'ল। আৰ হাতী, ঘোঁৰা, নাও, ছিলৈ, আৰু যত আহিলা-পাতি সমস্তে বঙ্গালে পালে; উত্তৰ কোণে যুদ্ধ নহল; শক ১৫৮৩, মাস চৈত্ৰ। ১৩১ ॥

বিষয়াৰ ঠাই সলনি।—পাচে বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই, নাৰনিৱাল ৰাজাৰ শহৰ ভিতৰুৱাল গোহাঁই, তামুলী-সইকৰ পুতেক

এইসকলক গড়গ্ৰামত থৈ ৮জা নামৰূপলৈ গল। তাৰ পাচে গড়গ্ৰামৰ পৰা ডাঙ্গৰীয়াসকলে বীহবৰীয়া কটকী, তেলাইৰ পুতেক, বদন তামুলীক, ভাৰবীয়াল নামুনক, চৰাম মুদৈক, এই পাচজন বঙ্গালৰ গাতৈ পঠাই দিলে, বোলে, "আমি কি হয় পেচকোচ দিলোঁ, মিৰোৰ নাৰ্জৌক।" পাচে মিৰোৰ থৈ দেৱৰগাওঁত এই কথা বঙ্গালৰ আগত ক'লে। বঙ্গালে বোলে, "তঁহত ভলা মানুহেৰে কি কথা হব? নাই ১ জনা গোহাঁই, নহয়বা ফুকনবোৰৰ এক জনা আহিব, তেবে আমি কথা হব।" এই কথা ডাঙ্গৰীয়াবোৰে আনচি ফুলবৰুৱা ফুকনক, কৌপতীয়াক, সনাতন কটকীক, বেজিৰ পুতেকক। এই চাৰিক পঠাই দিলে সন্দেশ-পত্ৰ দি পূৰ্ব্ব বাৰাণে, মিৰোৰ থৈ গজপুৰত লগ পালেগৈ। এই কথা খানখানা নামানিলে। কলিয়াবৰ, নগৌ, দেৱৰগাওঁ, গজপুৰ, চিলাতলী, এই পাঞ্চ ঠাইত পাঞ্চ আমীৰ থৈ গড়গ্ৰামলৈ উজাই গ'ল। পাচে বুঢ়াগোহাঁইৰ মামানিয়াল বজাৰ শৰুবেকক ৮তা তিপামৰ পানীফটাত থাকিব দিলে। পুলোকত থাকিব দিলে। গড়গৰী বজাৰ শৰুবেকক ভেঁৰেৰা বৰবৰুৱাক ৮ৰ লগত বুঢ়াগোহাঁইৰ পিতৃ বীহগৰীয়া গোহাঁই দেওগ, আনো দুই এক বৰুৱাক থাকিব দিলে। পাচে বঙ্গালেও থৈ চৰগুৱা, ভাৰিং, শিলপানী, গড়গ্ৰাম, পৰ্ব্বত, এই পাঞ্চ ঠাইত পাঞ্চ আমীৰক থৈ খানখানা নবাব মাকোৱাৰীত বহিলগৈ। আৰ পৰা এক উমৰাও বনকতুমত বহিলগৈ। তদন্তৰে আমাৰ ৰাগ, বনকুৱৰ কৈলৰ খেদি পুনে তাওঁগাক উত্তৰে দিহীং সীমা কৰি বুঢ়াগোহাঁই বহিল। কেন্দুগুৰিত গড়গৰী বজাৰ শৰুৱ বহিল ডঁৰিকাৰ পোনে। পাচে আঢাবে বঙ্গালৰ দুই চাৰি লোক যাকে যৈতে পাই তৈতে কাটে। তথাপি বঙ্গালৰ বল খীণ নহল। তবে গৰাগুৰিৰ পোনে তামুলী-দলৈৰ পুতেকক ভঙ্গালে। সেই ভয়ে সমস্ত লোক ভঙ্গ হ'ল। দিহিং আগ কৰি বুঢ়াগোহাঁই বহিল মুৰকটাত, বজাৰ শৰুৱ বল তিপামত। পাচে চিনাতলীৰ, চাৰিঙৰ, শিলপানীৰ, পৰ্ব্বতৰ, গড়গ্ৰামৰ, চৰগুৱাৰ, এই-সকলৰ সমস্তে বঙ্গাল একঠাই হৈ শিলিখাতলত থৈ বুঢ়াগোহাঁইৰ পোনে মুৰকটাত এক প্ৰহৰ বেলা হ'লত গড়ত ধৰিলেহি। বঙ্গালৰ এক আমীৰ পৰিল। আনো লোকজন পৰিল বিস্তৰ। পাচে কাঁড়-গুলী ফুৰালত ৬ দণ্ড বেলা থাকোঁতে বুঢ়াগোহাঁই ভাগি তিপামৰ পানীফটাত বহিলগৈ। সেই সময়ত বাদুলি ফুকন থৈ শিলিখাতলত খানখানাত বসিলগৈ। বাদুলিক লগত লৈ খানখানাই গড়গুৰিত বহিলগৈ। পাচে বাদুলিয়ে ৰাজাৰ ঘৰত থাকি বোলে, "লোক যদি এই বাইযাতে অধিকাৰ পাতি দিয়া তেবে আনো লোকজনক ধৰাই আনো, আৰ ৮আকো, ৰাজমন্ত্ৰী বৰগোহাঁইক, বুঢ়াগোহাঁইক

কুকন দকৰাকো ধৰি দিব।" বাদশাহা নবাবে বোলে, "ভাল, মই তোক অধিকাৰ কৰিলোঁ।" আনো লোকজন নিজৰ কৰিল বহলত। মতঙ্গীয়া দুখুৰি চেলিয়াৰ দৰঙ্গীয়া বৰগোহাঁইক আপোনাৰ লোকে ধৰি দিলে; শক ১৫৮৪। তেবে নেওগৰ পুতেক কুকনে বঙ্গালৰ দিলাল-খাঁৰে পৰি বাঢ়ি প্ৰীতি হল। সেই বেলা বেজদলৈৰ পুতেকে নেওগৰ পুতেকেৰে দ্বন্দ্ব কৰিলে। পাচে নেওগৰ পুতেকে নবাত জনালে, বোলে, "বাদুলিক ৰাজা দিবৰ জানি বেজদলৈৰ পুতেকে বাদুলিকেৰে ভিতৰি কথা হৈ বঙ্গালত ৰবিবলৈ কথা-বাৰ্ত্তা হৈছে।" পাচে ৺নবাবে শুনি এই কথাতে বেজদলৈৰ পুতেকক কাটিলে। ১৩২ ॥

আহোমৰ বল ক্ষয়।—সেই বেলা নগাচেঁৰিয়া পৰ্ব্বতৰ পৰা কছাৰীলৈ ভাগি গ'ল; শক ১৫৮৪। আহোমৰো বল ক্ষীণ হ'ল, যুদ্ধ এৰিলে। আৰ হাতীচলা, খৰীতলা পথাৰে যত লেকেৰি আনিছিল তাক বা যত কাটিলে তাৰ সীমা নাই। যি কিছু লেকেৰি পালে বঙ্গালে দিলে গুলোটাই। আৰ নিজৰ লোকেও মহাৰাজাক এৰি যেন যৱনকে আশ্ৰয় কৰিব হেন মন হ'ল। এই কথা জানি ৺ও ৰাজা ৰক্ষা কৰিবৰ নিমিত্তে বুঢ়াগোহাঁইকে গড়গাঁৱী ৰাজাৰ শৰনকে ৺ৰাজা বোলে, "তোমালোকে বঙ্গালৰে কথা-বাৰ্ত্তা হৈ মেলেকৈ পাৰা পঠাই দিয়া।" পাচে দিলোলেও ৺ৰ আজ্ঞায়ে চুলতান, চান্দৰাই, মনু, চতুৰ্ভুজ কাকতী, এই চাৰিক পঠাই নবাব খানখানা দিলাল-খাঁৰ ঠাইক অনেক কথা-বাৰ্ত্তা কৈ পঠাই দিলে। ১৩৩ ॥

তিপামত বঙ্গাল।—পাচে দিলাল-খাঁৱে বোলে, "কেঁকোৰালোৱা দি বাদুলিক ৰাজা পাতিছে, তেও যে হৈছে গো-ব্ৰাহ্মণৰ কাৰণ এইখন সিদ্ধ হব।" পাচে এই কথা বাদুলিয়ে শুনি, মীৰ্জ্জামুলাৰে কৰে, বোলে, "এতিয়া ৰাজমন্ত্ৰীয়ে লোক শক্তিৰে হৈ ৰহন দেখিছে এতেক কথা কব, পূৰ্ব্বলৈ লোক কিয় এই ৰাজা নষ্ট দিলা? যদিহে ৰাজা দিয়া তুমিয়ে লোক কাটা।" পাচে পূৰ্ব্ব কথাক স্মৰি মীৰ্জ্জামুলায়ে বোলে, "ৰাজা, ৰাজ-মন্ত্ৰী, চাৰি পাত্ৰক কুকন-বকৰাক ধৰি দিব বুলিছ, ভাল এতিয়া ধৰি দিয়ক। পাৎসাই ঠাঁইকো আচানৰ লোককো তোক দিলোঁ, ৰাজমন্ত্ৰী আদি কৰি সবাকো ধৰি দে।" পাচে বাদুলিৰ ভায়েকে মৌপিয়াৰে পাৎসাই লোক লৈ দেৱৰীবোৰাত আচানেৰে লোহাই কৰিলে। বঙ্গালৰো লোক পৰিল, আচানৰো লোক পৰিল। পাচে বঙ্গাল ভাগি তিপামত ৰহিলগৈ। ১৩৪ ॥

দিলাল-খাঁৰ ৰাজমন্ত্ৰীলৈ পত্ৰ।—পাছে মীৰজুমলাই দিলাল-খাঁক বাদুলিৰ সাহসৰ কুটবাত শুনি মাতি নৈ পঠালে, "আচামৰ গো-ব্ৰাহ্মণ পাৎসাহী লোক ৰক্ষাৰ কাৰণে কথা-বাৰ্ত্তা হলো। একেলাড়িকৈ বাদুলিৰে বলে ৰাজমন্ত্ৰীসকলৰে লেহাই কৰিলো।" মীৰজুমলায়ে বোলে, "ভাই দিলাল-খাঁ কেমনে বুজিলে? হাৰামজাদা বাদুলিয়ে যত্ন কৰিলে সনে কুটনাত।" পাছে দিলাল-খাঁয়ে গদাইকে বহিৰ্মুলকে ৰাজমন্ত্ৰীৰ ঠাইলৈ পঠালে, বোলে, "যেমনে আমাৰো গো-ব্ৰাহ্মণ সুখে ৰহে তেমনধান কৰিব। চাৰি পাত্ৰৰ বেটী, ৰাজমন্ত্ৰীৰ বেটী, ৰাজাৰ জী পাৎসাহৰ দিয়া লোক ফিৰাই পঠক।" পাছে ৰাজমন্ত্ৰীয়ে বোলে, "ভাল, চান্দায়, ফুলতান, ৰাধচৰণ, মিত্ৰত কত নাই, যদি তাৰা সত্য কৰি বোলে, আমিও পাৎসাহী লোকক প্ৰীতি কৰি পঠাও।" এই কথা দিলাল-খাঁয়ে শুনি বোলে, "ভাল, পাৎসাহী লোক কুশলে ফিৰি যাওক। আমাৰো ৰাইজৰ গো-ব্ৰাহ্মণ সুখে ৰহোক।" এই বুলি দিলাল-খাঁয় তিনিৰ হাতত লিখা দি পঠালে। লেখাওএই—

স্বস্তি নিজতনু-সৌন্দৰ্য্য-গঙ্গাজল-সদৃশ-পৰমপবিত্ৰ শ্ৰীযুত ৺ৰাজাৰ শুভৰ বৰমন্ত্ৰীৰকে তত্ত্বলেখাৰ কাৰ কৰ্দ্দন পৰম খুচ চক্ৰবৰ্ত্তী তোমাৰ নিশাণ মোৰ সম্মত, হানহচ্ছুন স্বলাথৰ চৰিত্ৰ, লোক্তন সাকৰো নাম তেজিছি, ও তোমাৰি কমলগাৰি লেখা দুসা হাৰামজাদা গিতো তোমাৰি ৺ৰাজকৰ্ত্তা ভাগ্যবান ভগৱনচকো পাইকান ধৰকি গাত ৰাখিতে চাস, ও অপৰ তোমাৰ লেকৰনৈকো বেটী যো কোচু ফুলাৰ পহিলেক বতাগতয়ে ভেজ হৈতেছিল সে কৌথনাত সব ভুগ ভাঙ্গিল। আকে লোতছিয়াবহে, যদি সে আমাৰ সাথ একনাম থাকিত বলকোনি নাকৰি তেসে কেমে তাৰ এমত হৈবেক আমাৰ শুনিয়া আগে, যে ৰাজমন্ত্ৰী গিতো বয়সতো বৃদ্ধ, জানতো জ্ঞানস্থাহে, তাইতো কদাপি নাক-বেল ফিৰিবেক, ভালাতো গো-ব্ৰাহ্মণ ৺তো ৰাজায় ৰাখিয়া আমাৰে সমস্তায়া ৺মহাৰাজাকো বেটী ৰাজা-ত্ৰিপালেৰে বেটী সাথ৺ মহলেকে লোকলতহ লেয়গা। শ্ৰীযুত নবাব আমীৰ-অল্-উমৰাও ঠাই আৰজ্দাস্ত কৰিব ধৰ্ম-অধৰ্ম জানি কিয়া লেখ পাঠাইবেক; এতে ম ৺পাত্ৰ-মন্ত্ৰী ৰাজাজকো ৰাজাক হজ্জৰম এনাকিক প্ৰীত লোখলাকো যদা যানহামায়া সৱ লেখুনি ইতি, সন ১০৮৪, মাস পৌষ। ৰাধচৰণ, চান্দায়, ফুলতামে জনা দিলাল-খাঁৰ কাকত ত্ৰিপানৰ খিলাজাৰি যাই। ১৩৩॥

মহাৰাজাৰ পাৎসাহ বগত বৈবাহিক নিত্ৰতা।—পত্ৰ চাই বুঢ়াগোহাঁই শ্ৰীযুত ৰাজাৰ শুভৰ ৰাজমন্ত্ৰীয়ে ৰাজ্যৰ ৰক্ষাৰ কাৰণে সলাগ থামখানা দিলাল-খাঁৰে কথা-বাৰ্ত্তা হৈ ৩০০০০০ তিনি লাখ টকা, বৰে হাতীৰ কাৰণ

ৰাখিলে আৰু মহাৰাজাৰ জীয়েকো পাৎশাজাদালৈ দিলে। ৰজাৰ জীৰ লগে অলঙ্কাৰ সহিতে সোণ বিশ হাজাৰ, ৰূপ ছকুৰি হাজাৰ, বিশ হাতী। পাচে দিবলৈ থাকিল তিনি লাখ টকা, নব্বৈ হাতী। তাৰ নিমিত্তে সোতা বুঢ়া-গোহাঁইৰ, বৰগোহাঁইৰ, বৰপাত্ৰ-গোহাঁইৰ, ৰজাৰ শহুৰৰ, এই চাৰি জনাৰ পুত্ৰ বন্ধক ৰাখি গুল দিলে। প্ৰতি বৎসৰে বিশ হাতীৰ নিৰ্ব্বন্ধ কৰিলে। ৰাজমন্ত্ৰীয়ে পাৎশাহৰ লোকক বিদায় পঠালে। দিলাল-খাঁও ৺লৈ তাও, মুকুতা, ৰাখৰ পতা সোণাৰ ঝলমকা তৰোৱাল ১ খন, জমধাৰ ১খন, সোণাৰ ঝলমকা ছিটৈ ২ টা, এই সকল সহিতে ১৫ হাজাৰ টকাৰ লাব দি খনাইক পঠালে, বোলে, "ৰাজমন্ত্ৰীয়ে বৈ তাবাৰ বচন নৰখিলে।" পাৎসাহৈ লোকেও বিস্তৰ প্ৰশংসা কৰিলে। পাচে মীৰ্জামুলা প্ৰভুখো বঙ্গাল ভটীয়াই গ'ল; শক ১৫৮৪, মাস মাঘ। ১৩৬ ॥

কামখানা ভটীয়ালে।—আৰু বঙ্গালৰ লগত বাদুলি ফুকন, তাৰ ভাই লোপিয়া, হৰিডেকাৰ পুতেক ৰঘুনাথ, উগ দুৰগীয়া, ৰঘুনাথৰ বেটা মনোহৰ কাকতী, কেওঁমাংখুৱা, এইবোৰ আপুনি গ'ল। আৰু বাজে লাহৈয়া বৰ-গোহাঁই, বাজখোৱা, মুখুৰি চেটিয়া, মাৰেঙ্গ চেটিয়া, চামুক গোহাঁই, নীথন। হাজৰিকীয়া আৰু যতক হা-হাজৰিকীয়া লহকৰ বাবৰ পুতেক, ভেলাইৰ পুতেক এইসকল প্ৰভুখো আনো অনেক লোকক ধৰি নিলে। গুৱাহাটীত নখিচ-খাঁকে, তিনিজনা গোহাঁইৰ বেটাকে ৰজাৰ শহুৰৰ বেটাকে থৈ নবাব খানখানা ভটীয়াই গ'ল। ১৩৭ ॥

বিশ্বাসৰ শাস্তি।—পাচে গুৱাহাটীৰ পৰাহে মাধচৰণৰ হাতত ধৰি দিয়া বৰুৱাগোহৰক দি পঠালে। আৰু মীৰ্জামুলাৰ ভাগিনেকৰ হাড় আছিল ৰাজৌ-খাঁৰীত, তাকো খুলি দিলেহি। আৰু ৰাজমন্ত্ৰীয়ে দিলাল-খাঁয়ে দিয়া তাও মুকুতা, তৰোৱাল, জমধাৰ, ছিটৈ, এই ভেটিসকলক বৰপাত্ৰ-গোহাঁইৰ বেটা বৰগোহাঁইৰ বেটাওকে ৺লৈ দি পঠালে। আৰু বোলে, "৺ৰ আজ্ঞা শিৰত লৈ ৰাজ্যখান ৰক্ষা কৰিলোঁ।" পাচে ৺ৰে বোলে, "যি কাৰ্য্যৰ ওপৰে থলো সি কাৰ্য্যৰ কৰিলে ৰাজমন্ত্ৰীত ক নাই। আমি পৰ্ব্বতৰ বাগাত বৰ দুখ পাওঁ। আমাক উচাঙ্গত ঘৰ সাজি দিয়োকহি।" এই কথা ৰাজ-মন্ত্ৰীত কলেহি। ৰাজমন্ত্ৰীয়েও শীঘ্ৰ কৰি ঘৰ সাজি ৺ক শিৰত কৰি আনি দেচাঙ্গৰ পৰা উচাঙ্গত থলে। তাৰ পৰা নেকুৰী-খোৱাক ওলাই আছিল কাজলত। উত্তৰকোলে, দক্ষিণকোলে, পৰ্ব্বতৰ ওপৰে পাত্ৰ-মন্ত্ৰী, ৰজা-ৰুকক ভাগি দৈছিল, সবাকে বোচাই আনি একে ঠাই কৰি ৺ত ৰাজমন্ত্ৰীয়ে চৈত্ৰত

ভেটালে। পাচে মেজুৰী-খোৱাৰ পৰা চৈত্ৰত বকতাইৰে আহিল। তাতে ৺এ ৰাজমন্ত্ৰীক আজ্ঞা কৰিলে, "মোৰ ৰাজ, কাজ-কাম কেনমতে নষ্ট গ'ল? পাত্ৰ-মন্ত্ৰী, বৰা-ফুকন এক ঠাই কৰি বুধি দিয়ঁক।" পাচে বুধি ৺দেৱত যোগানত ভিতৰুৱাল গোহাঁইক, আমুনী-পটলৰ পুতেকক লোৱা দিলে। হাতী বৰুৱাক চলাকিয়ালে। নগা এবিলৰ নিমিত্তে সোণাৰুৱাক হাড়ি কৰিলে। সোণা কোঁৱৰক লোৱা লগালে। পাচে সোণা কোঁৱৰে গোচৰ দিলে। বাৰ-ফুকনীয়া বৰগোহাঁইক বোলে, "বৰগোহাঁয়ে যদি ভৰ দিয়ে আনি কিয় এৰিম।" পাচে ৺এ বৰগোহাঁইক প্ৰশ্ন কৰিলে, বোলে, "চাননবাৰ উত্তৰকোণে যে বঙ্গাল নাহিল, দক্ষিণকোণলৈ লোকজন নেদিলে কিয়?" এই বুলি ৺ৰে আপোন হস্তে বৰগোহাঁইক দণ্ডিয়াই বন্দী কৰিলে। সেই সময়ত জয়ধ্বজা ৰজা বনাই কটকীৰ ৺ৰ ঠাইলৈ পঠাইছিল; ৺ও শুনিলে। ১৩৮ ॥

শ্ৰীকৃষ্ণায় নমঃ। বুৰঞ্জী পুস্তক। শক ১৫৮৫, মাঘ মাস, ৰাজা মাৰিলত পাৎসাহলৈ দিয়া লেখা—

পাৎসাহলৈ স্বৰ্গদেৱৰ পত্ৰ।—লেখিতং শ্ৰীশ্ৰীযুত জয়ধ্বজসিংহ ৰাজা মাচাম চুলতান আজাকে ৰহাকে উঃ বিশ্বনাথ হবিদা লোকোকে কহে, সৌ ৰাজবিলায়ত ৺ৰাহতকো মেউন কৰকে আছানে নিয়াখা। ইসো ৰাহে ৺হজুৰসে সকল মঙ্গলানিদিত নানাগুণালঙ্কৃত গঙ্গপেকেমানে নিজতনুসৌন্দৰ্য্য ধৰ্ম্মযুধিষ্ঠিৰ গঙ্গাজলনিৰ্ম্মলপবিত্ৰ কলেবৰ মহানদিন মহিমাবন্ত শ্ৰীযুত নবাব খানখানা চিপাহ চালাৰ ৺কোঁআৰ কৰকে আছাম সাৰ বিলায়ত নিয়াখা, হামাকো জলডিজন কৰনে লাগা; তব নাইকে আপনা কীলেৰকে পাহাৰকে মচিলা কৰকে নবাৰ খানখানা চিপুহ চালাৰ জীউকে পাচ আৰজকিয়া কি, মোৰ গুণাবক্স আচাৰ মুলুক মুজে দিও। মই এতিয়েৰে মোৰ আপোনাক বেটী আৰৰ বাচা তিপামাক বেটী ৺মহলকে বিল খেজমতকো দেৱেঁ। (আৰ সোণা ২০০০০, ৰূপ ১২০০০০ তোলা, আৰ বিশ হস্তীৰ ১৪ দন্তাল, ৬ হস্তিনী। ১৫৮৫ শকত অবঃচা পাৎসাৰ অহদি দুৰ্লভকে, ৰত্ন-বেগকে দিলে সোণ দুশকৈ ৪০০। দলিল-খাঁৰ কটকী গদাইক সোণ ১০০ তোলা বিদায় দিউতে। দুই অহদিক ৰূপ হাজাৰ; গদাইক ৫০০ ৰূপ।) আৰ দৰং মলুক উত্তৰ-কোলকি তৰফ দনিয়াও বাতত তক্ৰী আওৰ মলুক ৰাজা ভুমৰীয়াকা আওৰ বেলতলীয়া দক্ষিণকোলকে তৰফ দৰিয়াও ওকং সীমনা কৰকে পেচকচ কৰতাহো, আন ইচসে পিছু মত্ৰি কবুল কিয়া জমা দিয়া দি, সন ১০৭৩, মাঘ মাস কো লেকৰকে ৩০০০০০ চাৰ চাৰ মহিনে একো লাখ কৰকে

বাৰ মহিনাৰে দেওঁগা, আৰ ৯০ হাতীৰ ১০ বৰ দন্তাল, ১০ চৰাদন্তাল, ১০ হস্তিনী, এই তিন হাতী ইনকো তিন মহিনা পিচো দেওঁগা। আৰ ৬০ হাতীৰ মখনাল ২০, চৰাদন্তাল ২০, হস্তিনী ২০, ইচবে ছ মহিনা লোকেৰকে বাৰ মহিনা দে হবা দেওঁগা। বৰ তেঁওঃ কাপয়া হাতী দিনেকো গুৱাহাটি আহোঁ কুলতই বৰগোহাঁইকা বেটা, বুঢ়াগোহাঁইকা বেটা, বৰপাত্ৰকা বেটা, গড়গয়া কুলনকা বেটা, লোৰ নমুকে বিস ই চাৰ আদিমি বন্দী, আৰ বলাৰ তিনুকে, উপৰই লো থাকে, এহি চাৰ আদমিকো উল দিয়া, তোমাৰ পাস থাৰ যো কুছ ৺বিলাগতকে বাৱত আচানকে মলুক বিস বহি হো নবহাঘালে কবলেঙ। আৰ নইনে কবুল কিয়া ইস পিচে হৰবৰিষ ২০ হাতী—১০ দন্তাল, ১০ হস্তিনী, ৺ সৰকাৰকো পেচকচ পহচায়া কৰো। আৰ দেৱা এতুলাৰি এক গোমোস্তাকে তেক পাইকো লে গুৱাহাটিকি ফৌজ-দাৰকে হনেচা হাজিৰ ৰহে। যো কুছ, কবুল কিয়া হোতি সবকে ভি সমাপন কৰেঁ। আৰ ৺ বাজ গিমাৰমান বৰনাৰি বিন ৰহোগা; ১৫৮৫ শক, মাস মাঘ। ১০৯॥

জয়ধ্বজসিংহৰ পাৎসাহৰ কৰ-কাটিল আৰু মৃত্যু।—এই শকতে দিয়া যাই হাতী, আৰে লেখা,—গাভৰুৰ নগত ২০ হাতী দিনৰ কবুল, আৰে তিপামতে দিয়া যায় হাতী ১০, নগৰীত দিলাল-খাঁৰ হাতত ৪, আৰে হাতত ৰবীতলাত ২, সেই শকতে চৈত্ৰ মাহত পণ্ডিৰ হাতত মেকুৰীখোৱাত ৩০ হাতী, আৰে বাটিত ১৯, পাৎসাৰ হাতলে মৈল ১১টা, শক ১৫৮৫, মাহ ফাগুন। কলিয়াবৰত দিলোজ-খাঁৰ হাতত ৪০, পাৎসাৰ হুকুম কৰি দিয়া ৫, নবাব সলিল-খাঁৰে দিয়া যায় ২ হাতী, শক ১৫৮৬, আষাঢ় মাহ। ছৈয়দ দিলোজ-খাঁৰ হাতত দিয়া যায় হাতী ১১, মছিম-খাঁ নবাবক হাতী ১টা, ৰূপ সুবৰ্ণৰ লেখা, শক ১৫৮৪। তিপামত পাৎসাহৰ গাভৰু দমাই দিওঁতে চাঙ্গাৰ কৰম গঞ্জলা গুৱিমাৰে দিলে ১ম নবাব খনাখানাৰ হাতত সোণা ২০০০০ তোলা, ৰূপ ১২০০০০ টকা; শক ১৫৮৫, কাতিকত। পাৎ-সাৰ অহদিক আনোতে লাখটকীয়া মৰদাৰে, লাউ-ডেকাৰে, শঙ্কৰ বৰাৰে, চতুৰ্ভুজ কাকতীয়ে দিলেগৈ ৰূপ ১০০০০০। সেই শকতে ফাগুনত কলীয়া কুকুৰাচোৱা বাঁহবৰীয়া কটকী, কোপতীয়া কটকী, কণাই কাকতীয়ে দিলেগৈ ৰূপ ৪০০০০। ১৫৮৬ শকত কাতিকত পাঠকচন্দ্ৰ, চতুৰ্ভুজ কাকতী, কলীয়া কটকী, টেকিয়াল হাজৰিকীয়া দিয়েগৈ ৪০০০০ হাজাৰ। ১৫৮৭ শকত ভাদ্ৰ মাহত ৰূপ ২০০০ হাজাৰ মাৰি দিয়া যায়। হস্তী ১০,

আৰে পাচ হস্তী মৰিল, ৰূপ ১০০০ ধৰিল লৈ হাতী বিক্রি দিয়ে ১০০০০
১৫৮৮ শকত ক্ষেত্ৰত পিৰোজ-খাঁৰ তত নাৰ ৰূপীয়াত মাৰি দিয়া যাই হস্তী
৫০, দুই হাজাৰ কৰি ৰূপ ১০০০০০ ধৰিলৰ হাতী ধৰিবৰ দৈ হাতী ১,
ছাহা-খাঁ নবাবক প্ৰতি ২, বাচিল-খাঁক প্ৰতি ১। তাত পাচে লাং-ছেকা,
কৌপড়ীয়া, মাধচৰণ, বীহলবীয়া, চতুৰ্ভুজ কাকতী, এইসকলত কৰি ৫ হস্তী,
ৰূপ কিছু দি পঠালে। বিৰোধেও গুৱাহাটীত বাচিল-খাঁক হুজুৰে দিলেনি।
কুমলুৰে ভগনৰ পাচৰ, ১৫৮০ শকত পাৎসাহে জয়ধ্বজ মহাৰাজালৈ খাম-
খোৱাৰে মনলাৰ সহিতে কাপৰ ১ যোৰ দি পঠালে লোৰেণ, বৰুৱ-বেগত
কৰি। গুৱাহাটীৰ পৰাও বাচিল-খাঁয়ো পঠালে তান-খাঁকে, ছেক-কমলকে
সিইতো আহি দেৱৰগাওঁ পালেহি। সেই সময়ত বকলাত জয়ধ্বজ ৰাজা
মুহুৰ্ত ৰোগ হৈ স্বৰ্গী হ'ল। ১৪০।

---

# দশম আধ্যা।

## অসম আৰু বেহাৰৰ পত্ৰ সমাচাৰ।

প্ৰাণনাৰায়ণ ৰজাৰ কুশলা-কুশল।—শ্ৰীশ্ৰীযুৎ স্বৰ্গনাৰায়ণদেৱ জয়ধ্বজ-
সিংহ মহাৰাজাএ নানকৃপৰ পৰা একপত্ৰ দি গোপালচৰণক পঠাই দিলে,
এইখান বুলি, "মই গড়গাওঁত ৰহিব নোৱাৰি নানকৃপত ৰহিছোঁ। খানখানা
আসিতে যে বেহাৰ মাৰি আছি ৰাজা প্ৰাণনাৰায়ণ কোন ঠাইত কেনেকৈ
ৰহিছে তাক জানি আইসে।" গোপালচৰণ গৈ ৰাধাৰ পৰ্ব্বতত ৰাজা
প্ৰাণনাৰায়ণক লগ পাই এই কথা-বাৰ্ত্তা কহিলে। ৰাজা প্ৰাণনাৰায়ণে বেহাৰক
আসি বোলে, "টকা মানকো দি ভয়কো মশাই ইস্পিন্দিয়াক পঠালোঁ, ইহাকে
কহি ৰামচৰণক লগত দি পঠালে, বোলে, "স্বৰ্গমহাৰাজাৰ ভাল-মন্দ
পুনৰ্ব্বাৰ আসি কহিবি।" এই দুই কটকী আসি মইহাত স্বৰ্গমহাৰাজাক
মিলেহি। স্বৰ্গদেৱেও এখান পত্ৰ দি ভক্তচৰণ সহিতে তিনি কটকীক
ৰাজা প্ৰাণনাৰায়ণৰ ঠাইলৈ পঠাই দিলে। ১৪১ ॥

জয়ধ্বজসিংহৰ পৰা প্ৰাণনাৰায়ণলৈ পত্ৰ।—অথ সমাচাৰ সহিতে পত্ৰ।

৮৭ স্বস্তি সকলগুণাভিজ্ঞ মহানাগাৰ হৰ হাৰ হীৰ কীৰ্ত্তিৰ পিণ্ড পাণ্ডুৰ কীৰ্ত্তিপুৰ পৰি পূৰিত দিগান্তৰ বৈৰিবাৰণ নিবাৰণ পঞ্চানন বিবিধ বিদ্যা বিদ্যোতিতান্তঃকৰণশেষ গুণৈকধাম মহনীয় বিশ্ববিখ্যাত শ্ৰীশ্ৰীসিং কমতেশ্বৰ ৰাজমহোদয় চৰিত্ৰেষু—

পৰম সৌহাৰ্দ্দপূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ। এথাত আমাৰ সমস্তে কুশল, তোমাৰ কুশল নিৰন্তৰে চাহি। পৰং উকিলত কৰি যি কহি পঠালা তাক আমি সমস্তে শুনিলোঁ। অতঃপৰ বিশেষ……… ; কিন্তু বিপদ কালত আমাৰ বাৰ্ত্তা লৈলা ইহাক শুনি পৰম সন্তোষ লভিলোঁ। আৰ লেখ বিপদ সম্পদ কালে যি কুশলক বাঞ্ছে তাকে মিত্ৰ বুলি। পৰং তুমি যি পত্ৰৰ কাৰণ কহিলা, কহিবাক পোৱা ; কিন্তু তুমি আমি সবে দৈবাধিন ; এতেকে দৈব গতি তোমাৰ আমাৰ প্ৰীতি থাকিলে ইহাত কিছু ভাৱ নাকৰিবা। ইদানীক তোমাৰ আমাৰ যেমনে প্ৰীতিপোষ্টি হয় তেমন যানি কৰিবা।

আৰ লেখ, তুমি যি জয়নাৰায়ণ মকৰধ্বজৰ কাৰণ কহিলা, কহিবাক পোৱা ; কিন্তু ৰাজা বসুদেৱৰ ৰাজ্য পৰীক্ষিতৰ গোষ্ঠিত্যেন আমি তোমবাকো বশগা হইল, আমাৰো বশগা থাকিব বুলি জয়নাৰায়ণক দক্ষিণকোলে, মকৰধ্বজকো দক্ষিণকোলে ৰাজ্য পাতিব খুজিলোঁ। আৰ লেখ ইহাক ৰাজ্য পাতিবৰ নিমিত্তে তুমিএকেও প্ৰীতিপোষ্টি থাকিল। মকৰধ্বজে দুয়ো ৰাজ্য লাগায় দোষ কৰি দুও ৰাজ্য মাৰিলে। পাছে জয়নাৰায়ণে মকৰধ্বজে দুয়ো থানাত হাৰামখোৰ কৰিলে। তাৰ নিমিত্তে কোঁচৰ ৰাজ্যখান যেমন বিপত্তি হৈল তাক তুমি আপুনি জানিছে।

আৰ লেখ, আমাৰ তুমি যি বাৰ্ত্তা পুছিলা কিন্তু আমাক বিধাতাএ ৰক্ষিলে। ঢাকাৰোত আমাৰ সাত দিন লেলাই হৈল। আমাৰ লোক বঙ্গালত দিলি তোমাকো যেমনে পাচটৈ ভঙ্গালে আমাকো তেমনে দিয়া মানুহে পাচোদি বঙ্গালক দি পাচ লৈলে। এতেকে আমাৰ লোক ভাগিল। বঙ্গালে আহি

পৰন্তু পুৰ্ব্বাপৰ ব্যৱহাৰমতে তুমি যে আমাক লিখিলা ইহাতে তুমি লোক জিনিলা আপোনাৰ বশ কৰিলা। তুমি কুৰুদেৱ, যদ্যপি তোমাৰ বশহেৰ অৰ্জ্জুন যেন জানিলা বুজিলা যেবন যে মোৰ তাক মই সৰ্ব্বথা কৰিম। ইহাত তুমি অন্যথা নাজানিবা। আৰ যে লেখিছ, বিপদ কালত যে কুশলক থাকে অকেলে মিত্ৰ বুলি, সে মিত্ৰ হয়। তোমাৰ আমাৰ আজিৰ মিত্ৰ এনে নহয়। আমাৰ পুৰ্ব্বপিতামহক তোমাৰ মহ স্বৰ্গীয় স্বৰ্গনাৰায়ণ শপত কৰিয়া প্ৰীতি কৰিছে। তোমাৰ আমৰা বল নাকৰিব। আমৰাকো তোমৰা বল নাকৰিব। পৰস্পৰেৰ উপকাৰ পৰস্পৰে কৰিব। এমন মোৰ চিত্তে আছে। তোমাকো এমত কথাহে উচিত হয়। ইহাৰ মাজতে যে অন্যথা হৈছে সে আমীদোষেই হৌক বা দৈৱদোষেই হৌক বা তোমাত হন্তে হৌক বা তাক তুমিও জানিছ। পুৰ্ব্ব শপতে পুনু মন ধৰাইলেক। মোকো ৰাজ্যচ্যুত হৈল, তোমাকো ৰাজ্যচ্যুত হৈল। কিন্তু মোকো মনে নাহি কৰে, তোমাকো মনে নাহি কৰে, ইহাতে যদ্যপি ৰাজ্য ফিৰি পালোঁ, তোমৰাও ৰাজ্য পাইলা।

আৰ পূৰ্ব্বে কাছাৰ দেশ, পশ্চিমে গৌড়, উত্তৰে ভোটান্ত, দক্ষিণে ত্ৰবেগা, ইতি মধ্যত তোমাৰ তুল্য মহন্তৰ মহীমহেন্দ্ৰ মৰ্য্যাদা পাৱনাৰ কে আছে। যদ্যপি তোমাৰ মিত্ৰ, কুশল ৰাখিবাকে পাওঁ। আৰো ৰাজা সকলো তোমাৰ কুশল বাঞ্ছে। আৰ তোমাৰ যে ৰাজ্যচ্যুত হৈছে, ইহাৰ কাৰণ তোমাৰ কোনো মনে দুখ কৰিবাক উচিত নাহয়। দেখ, ৰামচন্দ্ৰ, অৰ্জ্জুন, যুধিষ্ঠিৰ, এইসকলৰো ৰাজ্যচ্যুত হৈছিল। কিন্তু তাৰা সকলে উদ্যোগ কৰিয়া ফিৰিয়া লৈলেক নিমিত্তে তাহাৰাৰ অকীৰ্ত্তি নাইহল। সম্প্ৰতি আমাৰ তোমাৰ ৰাজ্যচ্যুতি হৈছিল। ইহাত যদি আমৰা সমৰাত উদ্যোগ নাকৰি তবে আমাৰ অকীৰ্ত্তি হৈবেক।

আৰ যেমান লিখিছ, ইদানীক আমাৰ তোমাৰ যেমনে প্ৰীতি হয় তেমন কৰিবা। যে লেটি হৈব সেন কৰিবা। যে অপ্ৰীতিৰ বীজ সে আপদ দুৰ হৈল, হৈছেছে, ফিৰিয়া নামা যায় তেন কৰিবা। তাক পুৰ্ব্বাপৰ লেখায় লেখি। আমাৰ গোষ্ঠিত প্ৰধান স্বৰ্গনিৰাজা, তানপুত্ৰ ৰঙ্গ, মোৰঙ্গ, মিথিলা, শোণিতপুৰ, গ্ৰাহ, প্ৰেতি, মনুচৰ্য্যা, ধৰি কুতাৰ্থ পৰ্য্যন্ত কামৰূপ কৰতোয়ানদীৰ যাজাজিৰাত পৰ্য্যন্তৰ যাবৎ দেশ তাৰ অধীন আছিল। তাৰ চোটি ভাই চিলাৰায় দেওয়ান। তাৰ বেটা পাপী মহাৰাজ জেঠৌৰ ঠাইত হাৰাৰখোৰ হৈয়া বিলাত ৰাজা হৈছিল। মাড়ি কাটিয়া পুৰিছিল, কাৰণ যাৰত জীয়া আছিল তাৰত মহৰাজা ক্ষেমা কৰিছিল। পাছে মহাৰাজা স্বৰ্গীয় হৈল, মোৰ পিতামহ

মহাৰাজা হৈল। তাহেকো বদুলেৰ ৰাজাই নমাহিলা কামৰূপৰ নিমিত্তে বিৰোধ কৰিতেছিল। তাতে শাপা মহাৰাজা স্বৰ্গীয় হৈল। তাৰ বেটা জেঠো ৰাজা হৈছিল, মোৰ পিতামহ। তাৰো ৰাজাই নমাহিলা তাৰ ওপৰ আপোনেও চৰিয়া বঙ্গালক চৰায়া তাক উৎখাত কৰায়া আমাৰ আপনাৰ ৰাজ্য নাপাৱাও বঙ্গালক ৰাজ দেৱাইলেক। একে ৰাজাৰ যে ধাৰা তাঞ্জি সে ৰাজাকোঞৰৰ ধাৰা, ৰাজা নাহয়, এতেকে স্বৰ্গদেৱ তামাৰা ৰাজা নাধাৰিলেক। তাৰ পাচে জেঠো পৰীক্ষিতেৰ ছোটভাই দাদা বলীদেৱ পালায়া তোমাৰ বৃদ্ধ স্বৰ্গদেৱৰ ঠাই গৈল। আমাৰ পিতামহ মগলৰ বশ হয়া আছিল, কাৰণ তোমাৰো প্ৰীতি না দেখাইলেক। এতেকে আমাৰ সম্বন্ধে তোমাৰ বৃদ্ধস্বৰ্গদেৱ দৰঙ্গ দেশত ৰাজা পাতিলেক। বিস্তৰ লোক, হাতী, ঘোঁৰা, সোণা, কপা, দিলেক। মহন্তৰ শৰণাগতক যেৰূপ কৰিবাক উচিত তেমনে কৰিলেক। আৰ জেঠো পৰীক্ষিতেৰ বেটা কাহেকো চন্দ্ৰনাৰায়ণ দক্ষিণকোলেৰ পৰ্ব্বত আশ্ৰয় কৰিয়া আছিল, তাহেকো বহুত অনুকূল কৰিলেক। তাহাৰাও আপনাৰ নাম লৈয়া পৰম সুখে আছিল। তাৰ পাচে তোমাৰ বৃদ্ধ স্বৰ্গনাৰায়ণ, তোমাৰ চক্ৰকান্দলী, আমাৰ হৰবল্লভ তেকা কাজিক দিয়া ব্যৱহাৰ লেখিয়া ও কথা পঠাইলেক তোমৰা আমৰা মিলি বঙ্গালক মাৰিয়া খেদায়া ৰাজ্য লৈয়া গৈল উদ্ধাৰ কৰি। আত তখন বঞ্চি বালক আছিলো। আমাৰ প্ৰধান ৰামচন্দ্ৰ ৰাজ-জামাতা আছিল। তাঞ্জি এযোতি নাৰাখিলেক। এতেকে তোমাৰ বৃদ্ধ স্বৰ্গদেৱ দাদা বলীদেৱক ৰাজা দিবাৰ কাৰণ বঙ্গালেৰ ওপৰ ফৌজ চলাইলেক। তাৰ পাচে যে বৃত্তান্ত হৈল সে বহুত, কত লেখিব। তোমাৰ যে কাৰণ যে লোক আছে তামৰা সাৱশেষ জানে। তোমাৰ আপনা অনেক হানি কৰিয়া তাৰ ভালাইৰ যত্ন কৰিছেন। শৰণাগতেৰ কাৰণ যে কৰিছেন এ তোমাৰ অনিত্যা কৰ্ম্ম। ইহাঁকতো অনেক লোক প্ৰশংসা কৰে, আমৰাও কৰি, তাৰ পাচে কৰাইলেক।

দিল্লীৰ পাৎসাৰ পণ্ডগোলত আমৰা জাহিলো, তোমাৰ সহিত প্ৰীতি কৰিয়া আমাৰ প্ৰপিতামহৰ কামৰূপ আমৰা লক্ষো। তাহাত তোমাৰ কু-মন্ত্ৰীয়ে, তোমাক যে বিনয় লেখিলো, তাক বিপৰীত বুজালেক। কহিল যে, এৰাজ্য তোমৰা নাপাৱেন। ৰাজা বদুলেৰ, ৰাজা পৰীক্ষিতেৰ এ ৰাজ্য, তামৰা গোষ্ঠি বলীদেৱৰ বেটা মকৰধ্বজ, চন্দ্ৰনাৰায়ণ, তাৰ বেটা জয়নাৰায়ণ, তামৰাসে পায়। এশুনিয়া তামৰাসে সাহায্য কৰিলেক। আমাৰ সহিতে বিৰোধ কৰিলেক। তাৰ পাচে পূৰ্ব্ব শপথ স্মৰিয়া তোমাৰ সহিতে আমাৰ বিৰোধ উচিত নাহয়। এতেকে আমৰা বাজ আসিলেঁ।

তাৰ পাচে আমাৰ ওপৰ মগোল চৰিল, তাৰ সহিতে আমৰা যুঁজিতে-ছিলো। তাৰ পাচে তোমাৰ ফৌজ মানাহাত থাকিতে ও জয়নাৰায়ণ আসিয়া মগোলিত মিলিল। তাৰ পাচে শত্ৰু সহয়া মীৰজুমলাক আগাৰা তোমাৰ ওপৰ চৰিল। পাচে মকৰধ্বজো আসিয়া মীৰজুমলাক মিলি তাৰ পাচে তোমাৰ ৰাজ্য-সম্পদ লোৰাইলেক, তোমাকো ধৰিবাক যত্ন কৰিলেক। তাত মহাৰাজ ৰাজ্য তোমাক দিলেক।

এতেকে তোমাৰ যেন যে উপকাৰী তাত উমৰা যে এমন কৃতঘ্নতা কৰিলেক এমত সংসাৰত কেহো নাকৰি। এখন তোমাৰ ধৰ্ম্মে নাসহিলেক। মকৰধ্বজো মৰিল, জয়নাৰায়ণো মথুকা লৈনিতেসে। এতেকে ফিৰিয়া যদি তোমৰা আহাৰ সাহায্য নাকৰ তেবেসে ধীৰ ফিৰিয়া নাপজায়। তেবে তোমাৰ আমাৰ মৈত্ৰী দিন দিন বাঢ়িবেক। আৰ তুমি আপনাৰ ব্যয় কৰিয়া আমাৰ ভালাই কৰিছ। মই আপনাৰ ব্যয় কৰিয়া তোমাৰ ভালাই কৰিম। ইহাৰ কাৰ্য্য প্ৰভাৱে প্ৰমাণ পাইলেন। আৰ মোৰ যে কোনো বিপত্তি হৈবাক নাৰায়ণে যে কোনো বিপত্তি হৈল মোৰো আপোনাৰ লোকত হন্তে, ইহাক মতো বুজিলো, তুমিও বুজিবা। যদ্যপি দোষানুৰূপ অনেক দণ্ড কৰিলো, অনেক শাস্তি কৰিলো, অনেক কাটিলো। আৰ সময়ত দোষানুৰূপে দণ্ড কৰিম, শাস্তি কৰিম, কাটিম। তোমাতো চাই দোষানুৰূপে দণ্ড কৰ, শাস্তি কৰ, কাট। আক সময়ত দণ্ড কৰিবেন, শাস্তি কৰিবেন, কাটিবেন। তেবেসে ৰাজাত ৰাজা হয়। ৰাজাৰ দণ্ড প্ৰধান।

মোৰ মতে এখন যে ঠাই দুৰ্গস্থল কৰিছ তাত তুমি যত লোক সহিতে থাকিবা তত লোকৰ তিনি বৎসৰৰ ভক্ষ তুলিবা। আৰ বাহিৰত যুজিবাৰ সাথে হাথীয়াৰ ৰাখিয়া যাবৎ হাথীয়াৰ তোল। আৰ যেসব লোক তোমাৰ আশ্ৰীত হেন কহয় তাৰ কুৰ্ষ্মীবিলাকো তোল। তাত যাৱৎ কুৰ্ষ্মা কৰি না-ভুলিবাক নোখোজে, তাহি তোমাৰ হাৰামখোৰ, তাক দণ্ড কৰ। আৰ যে ঠাইৰ পাশ্বৰ্বৰ্ত্তীয় লোক তাক খোৱাই-পিন্ধাই আশ্ৰয় কৰ, ইহাতে তোমাৰ যে ইচ্ছা। মই একপ কৰিছো, কৰিতেছো। আৰ প্ৰীতিৰ বীজখনি তোমাৰ উকিলৰ ঠাই বোৰিয়া দিছো, কহিছো, তাক তুমি কৰিবা। তেবে পল্লবিত পুষ্পিত, ফলিত হৈবেক। অধিক কি কহিব, সকলো উকিলে কহিবেক।

আৰ তোমাৰ ৰাজ্য যেমনে বা যাৰ হৈল যেমনে বা পাইছেন তাক তোমাৰ পত্ৰৰ দ্বাৰাতে জানিল। আৰ আমাৰো ৰাজ্য যেমনে বা যাৰ হৈছে,

যেমনে বা ফিৰি পাইছি, তাক তোমাৰ গোপালচৰণৰ ঠাই লেখিয়া দিছি, তাক্রি জনাইবেক। আৰ সময়ত উদাস কৰিবাক চাহি। এতেকে তোমাৰ খড়ি-খড়িৰ বাৰ্ত্তা আমৰা যেমনে পাই, আৰ আমাৰ খড়ি-খড়িৰ বাৰ্ত্তা যেমনে তোমৰা পাইবেন তাক কৰিবাক লাগে। ইহাতে সকলো সিদ্ধি হৈবেক।

আৰ আমাৰ নকিবি শ্ৰীকানাই ৰায়। আৰ শ্ৰীগোপালচৰণ ও শ্ৰীভক্তচৰণ ও শ্ৰীৰামচৰণ, ইহাৰ মুখে সকল সমাচাৰ জানিবেন। আৰ বিশেষ এক-আধ কথা তাক শ্ৰীগোপাল চৰণ ও শ্ৰীকানাইএ কহিবেক। ইতি, চন ১৫৮৪, ৫ আষাৰ। পাতেহি শক ১৫৮৫, তাং ৬, মাস ভাদ্ৰ। ১৪৩ ॥

প্ৰাণনাৰায়ণে দিয়া উক্ত পত্ৰৰ নামনথি অংশ।—আৰ আমাৰ দেশ যেমনে বা মৰা গৈছে যেমনে বা ফিৰিয়া লৈছি তাক পছিলে লেখি—

শাহসুজাক মাৰিয়া খেদায়া যেখনে মাজুম-খাঁ ঢাকা গৈল তখন আমাৰ উকিল ফতে-খাঁক মাজুম-খাঁৰ ঠাই পঠালোঁ। ইহাতে পাৎসা সাহেবেৰ ঠাই আছে যে ৰাজা জয়সিংহ আমাৰ পূৰ্ব্বে মানসিংহ ৰাজা সহিতে আমাৰ পিতামহ মহাৰাজ সম্বন্ধ কৰিছিল। সেই সম্বন্ধৰ অনুবন্ধে ৰাজা জয়সিংহ মাজুম-খাঁক আমাৰ হৈয়া সুপাৰিচ লেখিছে। যে সুপাৰিচ লেখা পায়া মাজুম-খাঁ খুশা-খোসা কৰিয়া আমাৰ উকিল ফতে-খাঁক, শোলশাহিপায়া, ৰাজা সুজানসিংহৰ ১০০০০০ আসোৱাৰ, ২০০০০ বন্দুক দি সমেত আমাৰ ওপৰ চলাইলেক। তাৰ সহিতে আমাৰ লোড়াই কৰিলোঁ। তাৰ ৰাত্ৰিৰ দাগাত কোচাৰ মাইৰত আমাৰ অনেক লোক মাৰা গেল। অন্তনত তাঁৰেৰ মাইৰত অনেক মাইৰ গেল। আমাৰ বাগধাৰৰ কোঁঠত লাগিতে তাঁনেৰ বন্দুকৰ মাইৰত ২০০০ আসোৱাৰ মাৰা গেল, পাইকৰ গণনা কে কৰে? পাচে সুজানসিংহ নাপাৰিয়া কহিলেক,—মোৰ সহিতে সালাহ কৰ। পূৰ্ব্বাপৰ যেমনে পেচ্-কচ্ দিছিলেন সেই ধাৰণে পেচকচ দিয়া ৰাজ্য ভোগ কৰ। পাৎশাহীত তোমাৰ বন্দাৰ হুকোক। তাত আমৰাও সালাহ কৰিবাক কবু কৰিলাম। আৰ আমাৰ ৰাজাৰ লোকৰো ইচ্ছা আছিল যে সলাহ হৌক। তাত আমাৰ প্ৰধান শ্ৰীভবানাথ কাজি সেগোট নাকৰিলেক, যুদ্ধহে কৰিলেক। নক্কৰ মধ্যত তাঞি বৰ জোতাৰৰ আছিল। মগলাগধ আসিলত এতেকে তাক আমাথেল। তাৰ মনত আছিল পাৎশাহী সলাহ হৈবেক। আমাৰ পাৎসাহীত দলুক বাবিছি। তাৰ দায়ত পাৎসাহী লোক হস্তে আমৰা মাৰা যাইব।

ৰাজা পেছকচ দিয়া এৰাইছেক, আৰ আমাৰ যেনকত মলুক পৰ্ব্বতনাত থাকা ভাগ কৰি তাৰ পেছকচো আমাৰে ওপৰে দেৱাইছেক। এইসকল কুমন্ত্ৰণাত বুদ্ধত কৰিলেক, সলাহ না কৰিলেক।

পাচে মাহুম-খাঁ আপনে চলিয়া সমস্ত ফুমৰাও লোক সমেত মিত্ৰ-পথৰ ধাৰাত্ৰ আছিল। তেখন লোক দেখিয়া ভৱনাথ কাজি আপনে আগে পলাইল। তাতে কুমন্ত্ৰণা কৰিছে যে মহাৰাজক মগোলে ধৰিয়া লৈয়া যাইবেক। আমৰা পাচত মগোলত মিলিয়া এদেশে ৰাজকৰ দিবাক লাগে, তাক মগোলক মঞিএ দিয়া আমৰাএ ৰাজ্য ভোগ কৰিব। তাত মঞি দেখিলোঁ, যে মগোল আছিল। সকলোৰ সকলো মোৰ সাথ লাগিলেক। তেবে ইহঁতে কুমন্ত্ৰণাকেসে কৰে, মোক ধৰি দিবাক চাহে। এতেকে মই আপোনাৰ কুকথা কৰি মা সমেত ভোটৰ ধৰ্ম্মৰাজা মোৰ সখি। তাৰ সীমা ৰাজ্য পৰ্ব্বতত যায়া উঠ্ৰিলোঁ। মোৰ সাথেৰ আঠাৰ ডাকুৱাৰ এক ডাকুৱালোক সমেত। তাৰ পাচতে মাহুম-খাঁ আপুনে আসিয়া আমাৰ বেহাৰ গোৱালা দেশ লৈলেক। আমাৰ ৰাজাৰ পৰ্ব্বত যাবাৰ শুনিয়া সখি ধৰ্ম্মৰাজা আপনাৰ আণ্ডৰাক পাঠায়া আমাক বহুত আশ্বাস কৰিলেক, বহুত ভক্ষ-ভোজ দিয়াইলেক। আৰ লোক-জন দিয়া আমাৰ পাৰা-পহৰীয়া দেৱাইলেক। দিন-দিন আমাৰ খবৰ লৈতেছিল। আমৰা মাহুম-খাঁ এক ভোটক ধৰিয়া লৈয়া যায়া ধৰ্ম্মৰাজাক দিয়া। আশা দিয়া, লোভ দেখায়া, দ্ৰব্য দিয়া পাঠাইয়া লেখিলেক যে ৰাজা আমাৰ হাৰামখোৰ, তাক তোমৰা ধৰিয়া দিও। তাত সখি ধৰ্ম্মৰাজা মহামহন্তৰ শৰণাবৎসল, তাঞি মাহুম-খাঁক জবাব লেখিলেক, "আমাৰা ৰাজাক ভুকায়া নাহি আনিলি। আমাৰ সখি হয়, বিপত্তিত তাঞি আহিছে। ইহাক আমাৰা কেমনে ধৰিয়া দিবাক পাৰি? এগোটি আমাৰ ধৰ্ম্ম নহয়। আৰ কি দোষে বা তোমৰা ৰাজ্য মলুক আসিয়া লৈলেন, ইহাকো আমৰা নাজানি। যদি ৰাজা কোনো দোষ কৰিয়া থাকে তেবে তাৰ গুণগাৰি আমৰা দিব। আৰ পেছকচ যে লাগে তাকো দিব। তোমৰা ৰাজাৰ মলুক ৰাজাক ছাৰিয়া দিও।" ধৰ্ম্মৰাজাৰ এই খবৰে জনালত মাহুম-খাঁ নিষ্কৰ্ষ কৰিয়া জানিলেক যে ৰাজাক নেদেই। তখন মাহুম-খাঁ ভোটক বিদায় দিলেন, আৰ ভোটৰ ৰাজাৰ উকিলক কহিলেক, "ভালা, এখন মই আগাৰ যাম। সি ঠাই হতে ফিৰিয়া আসিলে ৰাজাৰ দিশা কৰিব।"

ইহাতে ভৱনাথ কাজি যে মন্ত্ৰণা কৰিয়া আমাৰ সাথ সকৰিয়া আন পথে পলাইছিল, তমাম মাহুম-খাঁৰ লোক ধৰিয়া দিলেক। ইহাতে আৰ

যে সময় সৰ্দ্দাৰ যে ঠাই পলাই আছিল তামাম কোহো মোৰ ঠাই লাগিল। লাগ পায়া মগলুত মিলিল। ইয়াতে মাহুৎ-খাঁ জানিলে যে, দেশ পাইলোঁ। আৰু পুৰান ভৰনাথ কাজিক কয়েদ কৰিলোঁ। আৰ সমস্ত ভুব সৰ্দ্দাৰো এহাতে চলিল। কেবল বাজাসে একলাএ পাথাৰত ৰহিল। এতেকে আমৰা মলুক খালিছা কৰিয়া বেহাৰ কোচলাৰ ইম্পিলিয়ানক বসায়া বাৰগুহ কৰোছি। থানাদাৰ পঠায়া মগলু মাৰিবাক হুকুম কৰিয়া তোমৰা দেশক গেল।

পাছে আমাৰ দেশত মগলুৰ কৰোড়ি বিলায়তে বিলায়তে বসিয়া বলিছা মতে খাজনা তহসিলক লাগিল। ইহাতে মগোল ৰাজাৰ তহসিলত লোক বহুত। আজাৰ পায়া খাজনা ভৰিবাক নাপাৰিয়া পাইকান ও ঠাকুৰীয়া সমস্ত লোকেৰ উকিল হৈয়া কতগুটি লোক ৰাজাৰ পৰ্ব্বতত যায়া আমাৰ ঠাইত আৰ্জ্জাস কৰিলেক। আমাৰ লোগ ৰাটছিল। মগোল আসিবাৰ সময় ৰবৰবৰা সৰ্দ্দাৰ সমে পলায়া গেল। কাৰণ লইবাক নাহি পায়। এখন আমাৰা মগলু ৰজাৰ তহসিল সহিবাক নাপাৰি খাজানাও ভৰিবাক নাপাৰি মহাৰাজাৰ হুকুম হয়, তবে আমৰা মগলোক মাৰিয়া খেদাই। মহাৰাজাও মায়া ৰাজা কৰোঁক। তাত যদি মহাৰাজাও মগোল সহিতে বিৰোধ কৰিবাক সম্মত নাদে। তাঞিৰ ইচ্ছায়ে মাহুৎ-খাঁ ফিৰিয়া আসিলে। মঞি সনাগী কৰিয়া যে বাগে তাক দিয়া আনো ৰুল-দাৰ নাহব, এতেকে সৰ্ব্বৰাজা আজুৱা তোট আছে, তাৰাক মাজানাৰ মনে মনে দোচৰ লোকক আশ্বাস কৰিলোঁ। তোমৰা এখন একথা চোৰ মাৰবিবেন। আমৰা মাহুৎ-খাঁৰ খবৰক মানুহ পাঠাইতেছি। মাহুৎ-খাঁৰ যদি খবৰক পাছো যায়া পৰছিল, তাৰ খবৰ আসিয়া পৰছিলে আমাৰা তোমৰাক হুকুম কৰিব। তখন মোখলক মাৰিবেন। এখন তোমৰা সবে এক ৰাকাতো হয়া দিন কাটি কৰিয়া থাকবেন। ইহাতে কতো দিন অন্তৰ মানুহ আমাৰ মাহুৎ-খাঁৰ খবৰ আসিয়া পৰছিল। তাঞি কহিলেক, "মাহুৎ-খাঁ সভথান থ'ল।" তখন আমৰা মনে বিচাৰ কৰিলি মাহুৎ-খাঁ দূৰ হৈল, মগত কৰিবাক নাপাৰিবেক। এতেকে আমৰা আপনাৰ দেশৰ লোকক মনে মনে হুকুম কৰিল যে, তোমৰা মাইৰ কৰ। এ হুকুম পায়া আমাৰ দেশৰ সমস্ত পাইকলোক এক ৰাকাতো হয়া যাৰ যে ঠাই পাইলেক মগোলৰ কৰোৰিক ও থানাদাৰক ও কোচলাৰক বেৰিয়া দাগী কৰিয়া ও সবিৰণ কৰিয়া কাটিলেক। ইহাতে বহুত মৰা গেল, থোৰা কিছু পইল।

এহি কাৰণে বিলায়তে বিলায়তে মগোলক মাৰিয়া চাফ কৰিয়া বেহাৰত যে কোচলাৰ ইম্পিলিয়াৰ প্ৰভৃতি আছিল তামামকে আসিয়া বেৰিয়া ধৰিলেক।

"আমৰা পাৎসাহী লোক, মাছুম-খাঁৰ নাহয়, মাছুম-খাঁৰ যে লোক তোমাৰ বিলাতত বসিছিল তাৰ মাৰিলেক। আমৰা তোমাৰ সংগত বিৰোধ নাকৰি আমাক খৰ্চ্চাৰ দেও, আমৰা আপনে তোমাৰ ছাৰিয়া যাই।" এহি বুলিয়া আমাৰ লোক সহিতে বিৰোধ নাকৰি বুলিয়া সৌগন্ধ কৰিলেক। একথা আমাৰ লোকে বাস্তাতে কহি পাঠাইলেক। ইহাক শুনিয়া আমৰা বিচাৰ কৰিলাম, মগোলে আমাৰ দেশক বিনাযুদ্ধে লৈছে। এখন আমৰা মাৰিয়া লৈলাম। আমাৰ এহি কীৰ্ত্তি চন্দ্ৰ দিবাকৰ লাগিয়া ৰহিল। আৰ মোগলৰ লোক বহুত মিৰাইলেক, ইহাক নানাবিধাও মাৰিলাম। আৰু আগেৰ পাৎসাহী সহিত আমাৰ বহিবাক লাগে। এতেকে আমাৰ লোকক হুকুম কৰিল আমাক খৰ্চ্চাৰ দেউ, আমাৰ দেশ ছাৰিয়া যাউক। এতেকে উমৰা আমাৰ লোকত হস্ত খৰ্চ্চাৰ পায়া নিকলিয়া গৈল। সকলো লোকত আমাৰ কীৰ্ত্তি ৰহিল যে বাস্তাএ সকলো লোকক জীউ দান দিয়া ছাৰিয়া দিলেক।

তাৰ পাছে আমৰাও বাস্তাৰ হস্তে নামিয়া আপনাৰ বেহাৰ-পাট দেশ আসিলাম। পৰ্ব্বতত আমৰা যাই সাধ দিছে, যায়ো যেমনে মগোলক মাৰিলেক তাক তেমনে না দিলাম। আৰ যে ছিদ্ৰ পথে মাছুম-খাঁ দেশ সম্ভাবিছিল সে পথত পৰ্ব্বতখানৰ গড় কৰিলাম। আৰ যা যে ঠাই যে ছিদ্ৰ আছিল তাকো মাৰিলাম। ইহাতে শুনিলাম যে মাছুম-খাঁ গুৱাহাটিক গড়গাঁও হস্তে আসিল এতেকে আমৰা বাটা-বাটি ঠাই-ঠাই গড়ত লোক সৰ্দ্দাৰ বসাইলাম। আৰ মাছুম-খাঁয়ো খবৰক চাৰ পঠায়া বহুত সা-সকো পহিলে আহিছিল সে সমান মাছুম-খাঁৰ নাহি। ইহাতে আমাৰ বহুত ভাবনা হৈল, যে এবাৰ আসিয়া সনাহ নাকৰিলে নছিল। তাত আমাৰ চাৰে আসিয়া কহিলেক যে "মাছুম-খাঁ শৰণাপন্ন নাপৰা পৰিয়া নাৱে ডুবিয়াই মৰিতলা গল। এ খবৰ হকিকত জানিবাক আমাৰা মনুষ্য পঠালো। মৰিতলাক তাঞি আসিয়া কহিলেক যে "মাছুম-খাঁ মৰিল; মজাল-খাঁও সমস্তে লোক সহিতে চকাক লাগিয়া গৈল। আৰ মজাল-খাঁ আমাক বহুৎ মিনতি কৰিয়া পঠাইছে। এতেকে আমৰা সনাহেৰ কাৰণ তাৰ ঠাই চকাত লাগিয়া আমাৰ পৰম আপ্ত শ্ৰীকবি-কিশোৰক উকিল পঠায়া দিলি সনাহ হৈবেক। আমাৰ বিপত্তি একপ হৈছিল, অন্তকো পাইলেক।

তোমাৰ এক বামুনি কুকুম বিলাতত বিগাৰ কৰিলেক। আমাৰো এমন অনেক নফৰে আগি-আগে বিগাৰ কৰিলেক। মোৰ আপোনাৰ খৰ্চ্চবজ আৰ সবি খৰ্চ্চাৰাজাৰ সহাই মলে এ মোৰ বিপত্তি তৰিয়া তোমাৰ দেশ বহা-

ৰাজা পূৰ্ব্বাপৰ নিয়মতাক পাইলোঁ। এখন ঈশ্বৰে তোমাৰ আমাৰ ভালে কৰিবেক। যেমনে সুখ পোন তেমনে সুখ হৈবেক।

এঠাইৰ সমাচাৰ শ্ৰীগোপালচৰণ ও শ্ৰীকানাই ও শ্ৰীভক্তচৰণ, ও শ্ৰীৰামচৰণ, ইমবাএ কহিবেক। ইতি শক ১৫৮৫, তাৰিখ ৫, মাসে ভাদ্ৰ। ১৪৪ ॥

জয়ধ্বজসিংহৰ পৰা প্ৰাণনাৰায়ণলৈ পত্ৰ।—শ্ৰীশ্ৰীজয়ধ্বজসিংহ মহাৰাজাএ পুনৰ্ব্বাৰ ৰাজা প্ৰাণনাৰায়ণৰ ঠাইলৈ যি পঠোৱা পত্ৰ।—

স্বস্তি সকল মঙ্গলালিঙ্গিত কলেবৰালঙ্ক সমৰবাহুনীতুৰ আনন্দ বৰ অঞ্চিত দ্বিজদেৱ মহামহিম শ্ৰীশ্ৰীমৎ কমতেশ্বৰ ৰাজ মহোদাৰ চৰিত্ৰ বিচিত্ৰিত গুণ সমুদ্ৰেষু।—

সৌহাৰ্দ্দপূৰ্ব্বক লেখনং প্ৰয়োজনঞ্চাগে। এথাত আমাৰ সমস্থৰে কুশল। ৰাজা প্ৰাণনাৰায়ণৰ কুশল নিৰন্তৰে চাহি। পৰং তুমি যি পত্ৰ লেখিলা উকিলৰ মুখেও যে কহি পঠালা তাক শুনি আমি পৰম সন্তোষ লভিলোঁ। আৰ তুমিৰ প্ৰীতিৰ কাৰণ যি লিখিলা লেখিবাক পোৱা। কিন্তু প্ৰীতিগোট আজিৰ নহই, পূৰ্ব্ব মহি বিশ্বসিংহৰ দিন হন্তে এই প্ৰীতি গোট চলি আছে। এখনো আমি সেই প্ৰীতিতেসে ৰহিছি। যেখন তোমাৰ ভৱানাথ কাজি হাজোক আসিল, সি মাৰাত ভাৱনা মাদিয়া মহাই লিখিলেক। সে কাৰণে যি খানি তোমাৰ আমাৰ অপ্ৰীতি হৈল তাক আমিও মনে এৰিছি; তোমাও মনে কিছু গুণাহ নাৰাখিবা। ইদানীক তোমাৰ আমাৰ যেমনে অত্যেক প্ৰীতি গোটি হয় তেমন থান কৰিবা।

আৰ দেখ তুমি যি ভৱানাৰায়ণৰ মকৰধ্বজৰ কাৰণ কহিলা কহিবাক পোৱা। কিন্তু পূৰ্ব্বত তাক আমি বিজয়পুৰত ৰাজা কৰিম বুলিয়া কবুল কৰিছি। এতেকে আপোনাৰ পূৰ্ব্ব কবুলক সাফল কৰিয়া তাক আমি ৰাজা কৰিলোঁ। তথাপি সি আমাৰ নোখহাৰাম কৰিলেক। এতেকে সি কবুল কৰিছিলে, সমস্তে তাৰ ভ্ৰষ্ট হৈল। আমিও তাক পৰিত্যাগ কৰিলোঁ।

পৰাক্ৰমশাতিভুক্ত নমনশিৰঃ মৌলিমান-মৰিচিৰাজিনিৰঞ্জিত চৰণ সমৰশিৰসিজ পৰাক্ৰম সমাচ্যাহাত মহামহিম সৌমাৰ নৰনায়ক ৰাজাধিৰাজ শ্ৰীশ্ৰীসং স্বৰ্গনাৰায়ণ দেব জয়ধ্বজসিংহ বিষম সমৰ জাগৰুক প্ৰচণ্ডপ্ৰতাপেষু স্বস্তি সুখবং সাভিনতপাৰে সমত ভবাধীং ভৱতাং তন্নিৰামহে ।

পৰঞ্চ তুমি যে পত্ৰ লেখিলেন আৰ উকিলৰ মুখে যে কহি পাঠাইলেন তাক শুনিয়া পৰম সন্তোষ হৈলাম। আৰ পূৰ্ব্বৰ প্ৰীতি কথা যে লেখিছ সে তোমাৰ আমাৰ সহজ প্ৰীতি আসিতেছে তাত তুমিও আছ আমৰাও আছি । আৰ মধ্যত যে ভৱানাথ কাজিৰ কথা লেখিছ তাঞি আমাক তাৰপা নাদিয়া বঢ়াই লেখিলেক সে কাৰণ যেখানি তোমাৰ আমাৰ অপ্ৰীতি হৈল তাক আমিও এৰিছি তোমৰাও মনে কিছু গ্ৰাহ নাকৰিবা। এ ভালাই লেখিছ। তাঞি আমাৰ নকৰেসে এতেকে তোমাৰ নফৰত হস্তে হৌক বা আমাৰ নফৰত হস্তে হৌক যাত অপ্ৰীতি হয় তাক তোমৰাও বুজিবেন আমৰাও বুজিলাম। এতেকে সে লেখা নফৰক আমৰাও চাৰিলাম তোমৰাও চাৰিবেন। আৰ যে লেখিছ ইদানীক তোমাৰ আমাৰ যতেক প্ৰীতি হয় যেন তেমন ধান কৰিবা। এ লিখিবাক পায়। এতেকে তোমাৰ মানুহ লেখা-পঢ়া লৈয়া আমাৰ ঠাই আসিবেক, আমাৰ মানুহো লেখা-পত্ৰ লৈ তোমাৰ ঠাই যাইবেক। এই মতে দুই ঘৰৰ মানুহ গতাগত কৰিলে উত্তৰোত্তৰে তোমাৰ আমাৰ প্ৰীতি বাঢ়িতে যাইবেক। ইহাক লাগিয়া আমৰাও যত্ন কৰিতে ৰহিল তোমৰাও যত্ন কৰিবেন।

আৰ যে জয়নাৰায়ণৰ কথা লেখিছ তাক জানিল। আমৰাও তাক পুণনে লোয়া নিছিলাম। তাঞি মা আমাৰে কামতে আছিল। এতেকে তোমাৰ তাক যেমনে পৰিত্যাগ কৰিবেন আমৰাও তাক তেমনে আদৰ নাকৰিব। আৰ যে লেখিছ তোমাৰ দুসমন হৈলেও আমাৰ দুসমন আমাৰ দুসমনেও তোমাৰ দুসমন সে মনে হয়, ইহাক কাৰ্য্যৰ গতিএ জানিবেন।

আৰ আমৰা যে উদ্যম কৰিবাক লেখিছি তাত যে তোমৰা সূৰ্য্যক দৃষ্টান্ত দিয়া লেখিছ ইহাক শুনিয়া বহুত সন্তোষ হৈলাম। তোমাত হস্তে সবে পুৰুষাৰ্থ হৈবেক। আৰ যে লেখিছ আমিও আপনাৰ বল জিজ্ঞাসা কৰিয়া যতন কৰিছি তুমি ইহাক লাগিয়া যত্ন কৰিবেন। বিশেষ অগ্নি, বায়ু, যেমনে এক সংযোগ হৈয়া তৃণ সকলক দহি চন্নু কৰে তেমনে তোমৰা আমৰাও একলাগ একপ্ৰীত হৈয়া শত্ৰুক যেমনে হ্ৰাস কৰিবাক পাৰি তেমন-

বান কৰিবা এ উচিত লেখিছু। আপনাৰ বলাবল বুজিবা দেশ-কাল জানিবা শত্ৰুৰ ছিদ্ৰ জানিবা যেমনে তোমাৰ আমাৰ এক বাক্যতাও উদ্যম কৰিব তাক ঈশ্বৰে নিৰ্বাহ কৰিব। তেবেসে দুও ঘৰে যশ প্ৰতিষ্ঠা স্বৰ্গ সন্তোষ পাইব। ইহাক জানিবা আমাৰা তাৰ উদ্যোগতে আছি আৰ তুমিও তেমনে কৰিবা থাকিবেন।

আৰ যে লেখিছ্ তোমাৰ কুশল কথা আমৰা পাই থাকিব। আমাৰ কুশল মঙ্গল তোমৰা পাই থাকিবেন। এহত পথগোট যেমতে তেম নাহয় তেমতে তাক কৰিবেন। এ বহুত উত্তম লেখিছু। আমাৰো মনৰ এহি বাঞ্ছা। তাত পথে সঙ্কটেৰ কাৰণ যাইতে আসিতে মনে সংকোচ কৰে আৰ তোমাৰ যোগ্য বস্তু আমৰা দিয়া পঠাইবাৰ নাপাও আমাৰ যোগ্য বস্তু তোমৰাও দিয়া পঠাইবাক নাপাইবেন আৰ মানুহও কেও গতাগত কৰিবাক নাপাৰ। বহুত সঙ্কটেসে বহুত সংকোচেসে এক আধ মানুহ খানি আগা যোৱা কৰিছে। এহি কথা তোমাৰ আমাৰ শত্ৰুৱে শুনিছে ইহাতে আৰো লোকে গতাগত কৰিবাক অধিকো সংকোচ কৰে। এতেকে আমাৰ মনে সৰক্ষক পোতচাড়া দিয়া পাহাৰ তুলি দিয়া যদি পথগোট চলাইবাক পাৰেন বাৰে-জঙ্গলে, তেবে নিসন্দেহ হয়া মানুহ গতাগত কৰিবাক পাৰে। এগোট হৈলে তোমাৰ আমাৰ সকলো কথা-বাৰ্ত্তা হয়, যেমনে চাহি তেমনে কৰিবাক পাৰি। এতেকে ইহাক লাগিয়া তুমিও যত্ন কৰিবেন আৰ আমাকো লেখিবেন।

আৰ সকল সমাচাৰ শ্ৰীপৰমানন্দ শৰ্ম্মা ও শ্ৰীগোপালচৰণ ও শ্ৰীৰাম-চৰণ ইহাৰাৰ মুখে জ্ঞাত হৈবেন। যেমনে তোমাৰ কুশল-বাৰ্ত্তা আমৰা তৎ-কালে পাই তাক কৰিবেন। আৰ পত্ৰ-চিহ্ন তোমাক লাগিয়া মুক্তা দুই, নৰআই গোটে বাগন ৫২ আৰ কাপৰ ৪ চাৰি, পাগৰা ৪ জাৰ। ইতি শক ১৫৮৫, তাঃ ২৩ ফাল্গুন। পালেহি তথা শক মাস বৈশাখ। ১৪৭ ॥

চক্ৰধ্বজসিংহৰ পৰা প্ৰাণনাৰায়ণলৈ পত্ৰ।—স্বৰ্গমহাৰাজাৰ ৰাজা প্ৰাণনাৰায়ণলৈ প্ৰতি লেখা।—

স্বস্তি নিখিল মঙ্গলালঙ্কিত কলেবৰ পৰম পবিত্ৰ ধীৰবীৰ দ্বিৰদ দ্বিৰদা-বিদ্যোতিতাম্বৰ দান মান বিচাৰণ সন্তোষিত নানা দেশস্থিত বিদ্যুত প্ৰবৰ জনপ্ৰবৰ তপোনল আৰ সংশোধিত কপুৰ গুঢ় সতত মনোনত দিগান্তৰ গতাতিশয় মহামহিম শ্ৰীশ্ৰীমৎ কমতেশ্বৰ ৰাজা মহোদয় মহানুভাব চৰিত্ৰেষু—

সৌহাৰ্দ্দপূৰ্ব্বক লেখনং প্ৰয়োজনঞ্চ। এথা কুশল। তোমাৰ কুশল সৰ্ব্বদা চাহি পৰং তুমি কহি পঠাইছা লোলা সুবাঙ্কে বঙ্গালৰ লোহাই লাগিছে। সুবাএ বঙ্গালক মাৰি কুৰিদিনৰ পথ খেদোঁআইছে। আৰ দাউদ-খাঁ পৰিল আৰ মিলেন-খাঁ পাৰ খাইছে আৰ পাৎসাও দিল্লীৰ পৰা আগবাটে আছিছে। এইখান কহিছা। এতেকে পাছত কাৰ ভয় হয় ইহাকতো নাজানি আৰু বুলিছা আমিও খড়-খড়িৰে প্ৰসঙ্গে কৰিছোঁ, তুমিও খড় বান্ধা মোৰ মুলুকলো মহলা কৰা হয় বুলিবাক পাবা। কিন্তু বাবেকালি লেকতাৰো ভয় ধৰ আছে। একবাৰ মাটিছোঁ বুলি লেকি আনি বড় নকৰিব আৰ মিটো একেবাৰেসে আমাক এমত কৰিছে তাক আনি বাৰম্বাৰ যেমত কৰিছোঁ তাক তুমি আপুনি সমস্তবোৰ জানা আৰ শ্ৰীগোপালচৰণক পঠালোঁ সি মোৰ ঠাই নপাইছিলেহি। তাক পৰত পাগলীৰহি কাটিছে বুলি শুনিছোঁ। এতেকে ইহাকে চাই আমিও অধিক কৰি মানুহ নপঠাইছোঁ আৰ সি ঠাইৰো অধিক আসিবাক নালাগে। আৰ বাকী সমাচাৰ সি জন শ্ৰীভীমা ও শ্ৰীনন্দন কহিবেক। ইতি শক ১৫৮৭, তাং ২৪ মাঘ। ১৪৮॥

প্ৰাণনাৰায়ণৰ পৰা চক্ৰধ্বজসিংহলৈ পত্ৰ।—ৰাজা প্ৰাণনাৰায়ণৰ লেখা স্বৰ্গমহাৰাজালৈ অনা এইখান।—

তোমাৰ উকিল অৰ্জ্জুন শৰ্ম্মা ও শ্ৰীগোপালচৰণ আসি পাইলেক। তোমাৰ পত্ৰৰ বয়ান ও এই সকলৰ মুখ জবানেও সকল সমাচাৰ প্ৰীতি পূৰ্ব্বকে জানিলো তাত যে লেখিছেন তোমাৰ আমাৰ প্ৰীতিগোট নবীন না হয়, পূৰ্ব্বা-পৰ চলিয়া গৈছে। ইদানীকো সেহি প্ৰীতিগোট যেমনে বৃদ্ধি হয় তেমন কৰাপেসে যুগুত, এ উত্তৰ লেখিছেন। ইহাৰ শুনিয়া মন সন্তোষ পাইলো। মনত এমন বোধ পাইলো যে তোমাৰ আমাৰ সেই প্ৰীতিগোট চলিয়া যাইবেক।

আৰ যে লেখিছেন তোমাকো বঙ্গালে বহুত দুঃখ দিছে ইহাক শুনি আমি বহুত সন্তোষ পাইছি। এ উচিত হয় আৰ তুমি সমস্তে জান আমৰা যেমনখান কৰি ফিৰিয়া আপনাৰ ৰাজ্য লৈয়া যেমনখানি সন্তোষ পাইছি এমন সন্তোষ তোমৰাও একথা শুনিয়া পায়া থাকিবেক। আৰ তাকেসে মিত্ৰ বুলি, মিত্ৰৰ দুঃখেৰ সময় দুঃখ পাছে সুখেৰ কথা শুনিলে সন্তোষ হই। আৰ বগলুৰ সময় তোমাৰ দুকে যে আমৰা দুখি হৈছিলি তাক যে প্ৰশংসা কৰিয়া লেখিছি ঈশ্বৰে যদি আমাক একবাৰ ঘটাইছে বাৰম্বাৰ নিশ্চি এমত হৈবেক।

ই জানই লেখিচ তুমি নিকি নাজানা কাল বলবন্ত, যি কিছু হৈছে কাল-ক্ৰমেই হৈছে। কালকহে অতি দুস্ক কৰিব নপা, ইয়াক আক্ৰমণ কৰিবাক কেহো নাপাৰে; কিন্তু সেহি কাল ফিৰিলে সময়ত অবলেও বলবন্তক সৰে কৰিবাক পাৰে, এতেকে যে লেখিচ শক্ৰুকে যেমনে হ্ৰাস কৰিবাক পাৰি তেমনখান যত্ন কৰিবা যেন শক্ৰুৱে ছিদ্ৰ নখিবাক নাপাৰে। এনীতি লেখিছা। এ অৰ্থত আমাৰো এহি কথা। আৰ তোমাৰা আমৰা এক হৈলে শক্ৰুএও কোনো অৱকাশ নাপাইবেক। আৰ তোমাৰা আৰ আমাৰা সময়ত শক্ৰুৰ ছিদ্ৰ পাইব। এতেকে তাক লাগিয়া যত্নে ৰহিব। আমাৰ ফতেপুৰ নামে পৰগনা যে মগোল খানিচা কৰিয়া আধীন কৰিছিল সে বশ পানিয়া তাকো আমাৰা পেড়ায়া লৈলি এখন তাত আধিন হৈব। ইহাতে মিত্ৰেৰ উপচাৰ শুনিয়া তোমৰা যেমত সন্তোষ পাইবেন আৰু তোমাৰো যে সকল পৰগনা মগোল আধীন কৰেণ তাকো তোমৰা ফোড়ায়া লৈয়া লেখিলে তেমনে আমৰাও সন্তোষ পাইব। অধিক কি লেখিম আপুনি সমস্তে জানা।

এ পত্ৰ আগে শ্ৰীঅৰ্জুন শৰ্মা শ্ৰীগোপালচৰণৰ হাতে দিছিল তাঞি মপহ্লছিল কাৰণ পালেহি। ইতি শক ১৫৮৮, তাং ৫ মাঘ। ভীমা ও মলে অনা এই পত্ৰ। ১৪৯ ॥

চক্ৰধ্বজসিংহৰ পৰা প্ৰাণনাৰায়ণলৈ পত্ৰ।—বেহাৰৰ ৰাজা প্ৰাণ-নাৰায়ণৰ প্ৰতি চক্ৰধ্বজসিংহ মহাৰাজাএ দিয়া এই লেখা।—

এথা কুশল। তোমাৰ কুশল সৰ্ব্বদা বাঞ্ছি। পৰং তোমাৰ লিখ আনিল। সমাচাৰ প্ৰীতিপূৰ্ব্বকে জানিলো। আৰ লেখ মগোলে মিত্ৰৰজাৰ আমাক যেৱনথান কৰিছে জানিতো তাক তেমনখান কৰিবাক নৈ পাৰো। ইসলামিক আসি কাল উপস্থিত হৈছেহি। এতেকে ওআহাটীত যি কিছু লোক-জন আছে ইহাক ৰক্ষি ৰবো, মিত্ৰ ৰজাৰ গাঁৱাত যি কিছু আছে তাক মিত্ৰ ৰাজাই ৰখক।

আৰ বাকী সমাচাৰ শ্ৰীভীমা ও শ্ৰীনন্দনেৰ প্ৰমুখে জ্ঞাত হইবা। ইতি শক ১৫৮৯, তাং ২৮ শ্ৰাৱণ। ১৫০ ॥

# একাদশ আধ্যা ।

### ৰামসিংহৰ অসম আক্ৰমণ।

ৰাজপাটত চক্ৰধ্বজসিংহ স্বৰ্গদেৱ।—কাত্তিকত, বুধবাৰে, শক ১৫৮৫, তেবে জয়ধ্বজ ৰাজাৰ পুত্ৰ নাই, অৰাজক ভয়ে বাঁহগৰীয়া বুঢ়াগোহাঁই, বাৰু-কীয়া বৰগোহাঁই, কেন্দুগুৰিয়া বৰপাত্ৰ-গোহাঁই, ৰজাৰ শহুৰ ঢেকেৰা বৰুৱা, বুঢ়াগোহাঁইৰ পিতৃ বাঁহগৰীয়া কুৰন, তিতকৰাল গোহাঁই, এইসকলে আনচি ৰাজাৰ দদায়েকৰ পুতেকক চাৰিং ৰজাক মুৰত তুলি আনি মহাৰাজাৰ আজ্ঞাৰে ৰাজা পাতিলে। শ্ৰীশ্ৰীচক্ৰধ্বজ মহাৰাজা হ'লত পাচে লোৰ্বেগ দ'লৰ গাৱতে থাকিল। বস্তন-বেগ ভটীয়াই গুৱাহাটীত নচিম-খাঁত কলে, বোলে, "যি ৰাজালৈ খাঁট-ৰকচিহ্ন দিলে সি ৰাজা মৰিল। এখন আমি কি কৰিম?" পাচে নচিম-খাঁয়ে বোলে, "ৰাজাৰ ভাই ৰাজা হ'ল; আত ভিনু আছেনেকি? সেই ৰাজাকে দেখে।" পাচে লোৰ্বেগ, বস্তন-বেগৰ লগত দিলাল-খাঁয়ে বাঁহবৰীয়াকে, গদাইকে পঠাই দিলে। সিইঁতক কোৱেশনাত থৈছিলে। ৺এ নোতোলে দেখি ৰাজমন্ত্ৰীয়ে অনেক মন্ত্ৰণা কৰি চাঙত ৺ক বুজাই উচ্চত সিংহাসনত বহুৱাই আঠু পোনকৈ দুই চৰণ দলিচাৰ ওপৰত থৈ ঠিয় হব নালাগে হেন কৰি নবাবৰ উকিলক বাজতে ৰাখি পাৎসাৰ দুই অহদিক কথলামুখতে কপৰ শৰাবেৰে ৪০০ সোণৰ মোহৰ দিয়ালে মাধচৰণৰ হাতে, আৰু ৰাজমন্ত্ৰীয়ে বচনে এইখান কব দিলে, বোলে, "৺ৰাজা ঈশ্বৰ ব্যতিৰেকে কাৰ সেৱা কৰো? যি কাৰণে উদয়গিৰি ৺ৰাজা ঈশ্বৰাংশ বিভূতি, অস্তগিৰি পাৎসাও ঈশ্বৰাংশ। এতেকেহে দুই জনৰ স্নেহানুৰূপ চলিছে। এতেকে ঘৰলোকৰ সিৰূপ সন্মান তাকে কৰিব লাগে। মহাৰাজাও সেচাঙত আছে।' এইৰূপে অনেক কথা-বাৰ্ত্তা কৈ দুই অহদিক ৺ৰ আগৰ দিলে। সিইঁতে ৺ক সেৱা নকৰি তচলিম কৰি খাঁট-ৰকচিহ্ন দিলে। পাচে ৰাজমন্ত্ৰীয়ে পাৎস ৰকচিহ্ন ৺ৰ আগত সুবৰ্ণৰ শৰাবেৰে দিলেনি। ৺ও দুই হাত মেলি ধৰি ললে। ৰাজমন্ত্ৰীয়ে পুনৰ্ব্বাৰ পাচকালে আতৰাই ললে। পাচত সিসকল কটকীকো ৺ৰ আগ কৰিলে, আগত থৈ ৰাজকথাকো ৰাজমন্ত্ৰীয়েহে নিশেষ কৈছিলে। আৰু ৺ৰাজা বোলে, "মোৰ বেটী, তিনি লাখ টকা, নবে হাতী, লোকজন নাবাপিৰৰ কাৰণেহে দিলোঁ। এখন লোকজনকো নাপালোঁ, আৰ সীমনাকো নাপালোঁ। এই বুলি এক লিখা দি চক্ৰকন্দলীকে, সনাতনকে লোৰ্বেগ, বস্তন-বেগৰ লগত পঠালে। সন্দেশ দিলে—গাঁড় ১০টা, কটাৰ ২০ খন, সোণৰ লাবেৰে কণী ২ খন, হস্তীদন্ত ৬টা। ১৫৮৫ শকত ৯ পুহ ৰাজমন্ত্ৰীয়ে পাৎসাই অহদি উকিল সহিতে বিদায় দিলে। ১৫১ ॥

পাৎসাহে আহোম কটকী।—পাছে আমাৰ দুই কটকীয়ে ৰাজমহলত নাও বৈ ৭ মানুহ বৰীয়া বৈ পাৎসাই ৰাহেশাড়িত চড়ি, আগ্ৰাত ৪ দিন ৰহি দিল্লী পালেহি। পাৎসাহে অৰ্দ্দলিয়ে জলানত হাচান-আলি নবাবৰ হাৱেলী যমুনাৰ নিকটত আছে, সি বুজক পেছিলে, তাৰে হাৱেলীত তুলি থলেনি। সনাতন কটকীয়ে লোৰ্বেগ, বক্সন-বেগক বোলে, "আমি ব্ৰাহ্মণ; কেমনে আহাৰ ব্যৱহাৰ কৰিম ই জাগাত?" পাছে লোৰ্বেগ আই দেৱানত জনাই লোকজন আনি যমুনাৰ নিকটত দুই কটকীৰে ভিন্ন ভিন্ন বাসা কৰি দিয়ালে। দুই দিনৰ পাছত দেৱানে সিদ্ধা দিলে। দুই কটকীক চাউল ৬০০ মোন, সেহি চাউল ৮০ মোন, মুগ ৪০ মোন, কলা ২০ মোন, মচুৰ ২০ মোন, মাহ ৬০ মোন, ঘিউ ৪০ সেৰ, খালুক ৮ সেৰ, হালদি গুৰি ৪ সেৰ, হিং আধসেৰ, আদা ১০ সেৰ, পাণীৰ ৮ মাঠি, লোণ ২০ মোন, চিনি ২০ মোন, তেজপাত ১ ভাৰ, টীট্ৰ ৭ পাচি, বিলাতি পাণ ৮ পাচি, হৰিণা ১ টা। তাত পাছে পাৎসাৰ সিদ্ধা পাঞ্চ দিন অন্তৰে দিলে। ৬০০ কপ লোকজনক ২০০। তাত পাছে ৮ দিনৰ অৱসানে আমাৰ দুই কটকীক পাৎসাৰ হুজুৰ কৰালেনি। পাৎসাও তক্তৰ ওপৰে বহিছিল। তক্তৰ তলে তিনি বনপাৰ গাৰে পাৎসাৰ দাহিনে সুবৰ্ণৰ লাগুটি ধৰি জাফৰ-খাঁ দেৱান আছিল, বাঁৱে উজিৰ। সেই ক্ৰমে ৰাজপুতৰ ৰাজা বাঁৱে যশোৱন্তসিংহৰ ৰাজা, তাৰ পাচ বাঁধা হাজাৰো, বাৰহাজাৰী, সাতহাজাৰী। তাৰ পাছে ৬, তাৰ পাছে ৫, তাৰ পাছে ৪, তাৰ পাছে ৩, ২, ১, এই ক্ৰমে অমাত্যবৰ্গ, হাতী, ঘোঁৰা, চিপাহী, বন্দুকধাৰী, ঢালী, ধনুকী, পায়হাতীয়াৰ সহিত চিত্ৰ-বিচিত্ৰ নানাবৰ্ণ কণটি ফটিক, নানান পাথৰে ৰচিত দুৰ্গ, আদি, তক্ত, অভ্যন্তৰতে পকা পাথৰৰ গৃহ, তাহাত সুবৰ্ণৰ পত্ৰকা কৰি ঠাই ঠাই কাম কৰিছে। চিত্ৰ-বিচিত্ৰ গিতিটিক আমাৰ কটকীয়ে দি লেখিলে। তক্ত বাহিৰে ৭ আনি ৰৈ চতুৰ্ভিতে সমস্ত লোকে আছিল। সেই সময়ত দুই উকিলে আশীৰ্ব্বাদ কৰি হাত কৰযোৰে থাকিল। ১৫২॥

স্বৰ্গদেৱলৈ পাৎসাৰ উত্তৰ।—পাছে পাৎসাও শ্ৰীশ্ৰীদিল্লীৰ পতি শ্ৰীশ্ৰীযুত মহাৰাজা শ্ৰীযুত আলীম-গৰ্-উৰংজেৱ আলমগীৰ পাৎসা পত্ৰ শুনি বোলে, "কৌচৰ সীমনাত কৰি আমাৰ যদি বলকৈ লৈছে সই এৰি দিব দিব আৰ লোকজন যদি আমাৰ লোকে পাকুনি আনিছে তাঁকো ছাড়ি দিব দিব।" এই বুলি উকিল বিদায় দিয়া এখানি দিলে আৰ পাগ আলোৱান আৰ বুলি ১০০০ ৰূপৈয়া দি পঠাই দিলে দেৱানে চন্দ্ৰকান্তীকে, সনাতনকে দিল্লীৰ পৰা। আৰ

দুই উকিলক দুই যোৰ তক্ত বঁটা জামা ২, পাগ ২, পটুকা ২ গচ, চিঠি পানক ২ বন, পেচগচ ২ গচ; পাৎসাৰ ঠাই কিছু নিদিলে। পাচে চক্ৰৰ ছাত্ৰা-খাঁ নবাবে দুই কটকীৰ লগত পণ্ডিত-ৰায়ক পঠাই দিলে ৺ৰ ঠাইক। ৺ও লিখাকে আমাবোৰাকে ওচৰলৈকে নি পত্ৰ শুনিলে।

ছাত্ৰা-খাঁৰ লিখা এই,—

স্বস্তি সদ্গুৰুনিকেতন-নানাগুণালঙ্কৃত-নিজকুল-কমল
প্ৰকাশ দৈব-ভাস্কৰ শ্ৰীযুত বুঢ়াগোঁহাঁই স্বচৰিত্ৰেষু—

সৌহাৰ্দপূৰ্ব্বকলেখনং কাৰ্য্যঞ্চ আগে ই থানে সমস্তে কুশল, সি থানেৰ কুশল লেখিয়া সন্তোষ কৰাইবা, আৰ তোমাৰ দুই উকিল সনাতন ও চন্দ্ৰ-কন্দলীক ৺ৰ হুজুৰ ভেজিছিলা তাত আমিও তোমাৰ কাৰণে উমৰাওৰ ঠাই লেখিছিলোঁ। উমৰাও তোমাৰ ৺ক বহুত মেহৰ-মেহ কৰিয়া তোমাৰ দুই উকিলক পাৎসাৰ হুজুৰ ভেজিছিলে তাত তোমাৰ সেৱা-খেজমতত পাৎসাৰ তোমাৰ ৺ৰ ওপৰ যেমত স্নেহ, যেমত মেহৰ আৰ তোমাৰ দুই উকিলৰ মুখে জানিবা। আমাৰ উমৰাও তোমাৰ ৺ৰ উপৰে বহুত স্নেহ কৰি এক ঘোৰা জৰদাৰ সিৰপাও দিয়া আপোনাৰ এতাবাৰী আদমি শ্ৰীপণ্ডিতৰায় উকিলক ভেজিছে। অতএব তোমাক বাপি লেখোঁ, তুমিও ৺ যেমনে উমৰাও খোচহাল হয় তেমত কৰিয়া শ্ৰীপণ্ডিতৰায়ক চিতাপে বিদায় দিবা। আৰু এমত ব্ৰাহ্মণ এমত পণ্ডিত তোমাৰ ভাগ্যে যে ৺তোমাৰ অনুকূল কৰিবা যায়, ইহাক খোচহাল কৰাবা। তোমাৰ বহুত ভাল হব, ধৰ্ম্ম-কৰ্ম্ম দুয়ো হব। আৰু পেচকচ বাদ হস্তী, ৰূপা যি কিছু বাকী ৰহিছে তাকো চমত্ত হাল কৰিবা তাকিত পঠাই দিবা, নিবন্ধ কৰিবা ৰাখন ভাল দুই, আৰ তোমাৰ আমাৰ প্ৰীতি একলাগৰ কাৰণে আমাৰ দিন বহুত থোৰে, তোমাৰ মিলাতো সি নেলেখোঁ। আজি ভেব নদিয় হ'ল আমি ইথানক আগিলোঁ, তথাপি আমাৰ ভাবুনা নহৈ কৰাৰ নালিশাৰ কেমন তোমাৰ। আমাৰ একলাগ আৰু দুনিয়াইতো দুই প্ৰীতি-একলাগ বহে, কিছু নাৰহে। আমি যে তোমাৰ ভালকেহে ইচ্ছা কৰোঁ। আমাৰ লগত প্ৰীতি-একলাগতো ভাল নোহে, আৰ আমি তোমাৰ ভালৰ কাৰণেহে কহোঁ। পাৎসাৰ সেৱা-খেজমতত মনোযোগ কৰিলে তোমাৰ ৺ আৰ বহুত ভালহে হব। অতএব পাৎসা যেমত তাক আপুনি জানা আৰ এমত কৰিবা, যেমনে তোমাৰ নৰনাৰী, গো-ব্ৰাহ্মণ সুখে থাকে তেমত কৰিবা, আৰ বাকী হকিকত তোমাৰ উকিল শ্ৰীবচন

ও পূৰ্ব্বানলৰ সুবত্তহতে শুনিলা বহুত, কি লেখিব আপোনে জ্ঞাত। ইতি সন ১০৭৪, তাং ২৯, শক ১৫৮৫ পালেহি। ১৫৩ ॥

ফুকনলৈ দিলাল-খাঁৰ পত্ৰ।— যাক দিলাল-খাঁৰ এই লেখা—

স্বস্তি সৰ্ব্বমঙ্গলানাং কৃতপৰমপ্ৰিয়দৰ্শী-বিজ্ঞাবৰ শ্ৰীযুত ফুকন বা
ও গোহাঁই সুহৃদবৰেষু—

শ্ৰীনবাব দিলাল-খাঁ নমা-লোৱা লিখাপকায়ং সৰ্ব্বীদুতঃ, এথা কুশল। তোমাৰ দিগেৰ কুশল লেখিয়া প্ৰীতি কৰিলা, পৰং তোমাৰ ৺ৰ কাৰণ আমি ৺ দৰগাতে যেমত উচিত সুপাৰিচ লিখিছিলাম অনুসাৰে ৺ অত্যন্ত কৃপানুভাবে সানুগ্ৰহে পূৰ্ণ কৰাৰ জীউৰে চুৰুপ ও জৰাও-জৰৰ যে এনায়েত কৰিছেন লোৰ্বেগ, বক্স-বেগ হজুৰহাল লৈয়া আসিতেছেন, ইহাকো পৌছিলে। ৺ৰে অত্যন্ত প্ৰণতি লৈয়া লৈবাদ জ্ঞাপন কৰিবা। আমাৰ দিগেৰ গদাই তোমাৰ দিগেৰ ভোলানন্দ ব্ৰাহ্মণ কেহ ইহানাৰ সঙ্গে চলায়া দিছি। গদাইৰ হস্তে ৺ৰ কাৰণ আমাৰ নিজ মফৰ হাল এক-হত্তাও, বুকধুকি একজ্ঞাও পঠাঁছি, কৃত্ত এক পোৱাল ৰাজা দিতে পাঠাইতেছি, পৌছিব। আৰ পূৰ্ব্বেহো ন লেখিছি হস্তী ও বস্তু যে পেচকোচ বাবত ৺ৰ খানে তলব ইহাৰ ওৱাদা সম্পূৰ্ণ হঁ'ল। যদ্যপি প্ৰতীৰ কাৰণ, নওয়া হস্তী বনহনে নবীন আছিছে ইকাৰণ ইয়াৰ পৰিশোধত বাজ লৈছে, কিন্তু বস্তু আপুনি আছিল। এখন উচিত আপোনাৰ ওৱাদামাফিক হস্তী ও বস্তু যে নিয়মে পেচকচ কৰে বাকী তাহা পৰিশোধ কৰিয়া আপনাৰ পুত্ৰৰ ইথা হাল লেবাও। আৰ নিয়মেৰ পেচকচ ব্যতিৰেক যে হস্তী ও কৃত্ত দৰগাতে ৰাজা ইহানাৰ সঙ্গে চলায়া দেন, ইহাঁত ৰাজাৰ অত্যন্ত প্ৰশ্ৰুতি বিনয় ৺ দৰগাতে জ্ঞাপন হব। ইতি, সন ১০৭৬, তাং ২২ ৰাইচা, মহৰম্, ইতি বাকী গদাই কহিব। আৰ তোমাৰ কাৰণ এক বাজুবন্ধ, পৰবাৰ এক, চলায়া দিতেছি, পৌছিব। লিখো পালেহি, শক ১৫৮৫। ১৫৪ ॥

দিলাল-খাঁলৈ ফুকনৰ পত্ৰ।—পাছে তাক তুমি বিদায় দিলে, পত্ৰে এই—
স্বস্তি পৰমোদাৰ-গুণাৰ্ণৱ-মিত্ৰকুলকমল-প্ৰভাকৰ-সৰ্ব্বদৰ্পখৰ্ব্ব-চূড়াগ্ৰ-বলিত-কলেবৰ-সমৰডাম্বি-বীজদেৱজনকিয়াম মহামহিম শ্ৰীযুত নবাব দিলাল-খাঁ মহোদা-বচবিতেষু—

সৌহাৰ্দপূৰ্ব্বক লেখনং, প্ৰয়োজনঞ্চ, এথা কুশল, তোমাৰ কুশল সৰ্ব্বদা চাহি; আৰু যেৰ তুমি গদাইত কৰি কৈ পঠালা ৺ বোলা ৺

তোমাৰ ৺ক পুতি বস্তম-বেগ, লোৰ্বেগৰ হাতত বৰচিহ্ন কাটাৰী ভেজিছে, তাক তুমি অত্যন্ত প্ৰণতি যুক্ত হৈয়া প্ৰাপ্ত কৰাইবা। ইহাকো তুমি কি নিমিত্তে কহিছা, কিন্তু আমাৰ কুশলক বাঞ্ছাহে কহিছা, এতেকে আমিও তোমাৰ বচনক ৰাখি যেমনে গৌৰৱপূৰ্ব্বকে তোমাৰ নাগে তাক সমস্তে কৰিলোঁ, আৰু পুনাই বস্তম-বেগ, লোৰ্বেগতো নজৰে দেখা। আৰ তুমি যি হস্তী, কপীয়াৰ কাৰণঙ্কাহি পঠালা তাক আমি কাত্তিক নহিলে পদাইৰ হাতত বচিলৰ্খাৰ ঠাই লাখ কপীয়া ভেজিলোঁ, এখনো ই অহাদিৰ পাতে চৌৱালিস হাজাৰ কপীয়া, চৌৱালিস হস্তী ভেজিলোঁ, আৰ যি কিছু হস্তী, কপীয়া বাকী ৰহিছে তাৰো তাগাদ কৰিছোঁ। তিয়াৰ কৰিবাক নৌ-পাৰে, যেখন তিয়াৰ হয় ইহাকো তেখন ভেজিম, আৰ ইনাগো কি নিমিত্তে বিলম্ব হৈছে, আতো সমস্তে লোক জানাৰ এই কাৰণেহে বিলম্ব। আমি যদি দিবাক পাৰোঁ তেবে আমাৰহে ভাৰ গুচে। ইহাকতো আমি জানোঁ, আৰু লেখ, তুমিও পূৰ্ব্ব সীমনাৰ নিমিত্তে বচন বুলি পৈছা, সি যেমনে ৰক্ষা পাৰ তেমতথান কৰিবা। আৰ আমি অধিক কি কহিম, আপনি সমস্তে জানা। আৰ তোমাৰ অৰ্থে কস্তুৰী ২০, দস্তান ২, সুৱাগা তৰি ১ সেৰ, কটাৰী ২০ খন। আৰ তোমাৰ কুশলাদি লেখিয়া সন্তোষিবা। ইতি, শক ১৫৮৫, তেৰিক ৮, মাস ফাগুন। ১৫৫ ॥

তিনি গোহাঁইৰ বচিলখাঁলৈ পত্ৰ।—সনাতন চক্ৰবৰ্ত্তীয়ে নিয়ে বচিল-খাঁলৈ তিনি গোহাঁইৰ এই লেখা—

এথা কুশল, তোমাৰ কুশল সৰ্ব্বদা চাহি। খোচাল হৈবাৰ কাৰণ যি লিখিছিলা, কিন্তু পণ্ডিতৰাম ধৰাণে নাহিল। তথাপি আমি তোমাৰ বচনত ৺ চম্পাৰ হজুৰ কৰাইলোঁ। ৺ত যেমন কথা-বাৰ্ত্তা হ'ল তাক পণ্ডিতৰাম হেৰ-কলৰৰ মুখে জানিবা। পুনঃ পূৰ্ব্বাপৰেও নবাবসকলেও আহটাত কথা-বাৰ্ত্তা আমাৰ হোৱা থাক, এখনো সি ঠাইৰ কাৰ্য্য-কাৰৰ ভাৰ তোমাৰ ওপৰে, ই ঠাইৰ কাৰ্য্য-কাৰৰ ভাৰ আমাৰ ওপৰে। অতএৱ ৺ যেমনে খোচহাল হয়, তেমন কৰিবা, তুমি বিশেষ মন দিবাৰ

গোট হয়, কিবা কান ভাল হয়, কিবা চুলা হয়, ইহাকতো নাজানি। এতেকে পূৰ্ব্বৰাবাণ গোটাইহে ভাল, ইহাকে আপুনি জানা। আৰু হস্তী ৰূপৰাৰ কাৰ্য্য যে কাইবা হাঁ কহিবাক পোৱা ; কিন্তু যি কিছু হয় আনি আওৱা দিছোঁ। আৰ যি কিছু দিবলৈকো আছে তাকো আনি পঞ্চমী হৈলে দিব। ইহাত কিছু অসন্তোষ নকৰিবা। আৰ বাকি সমাচাৰ যে কিছু হয় তাক উকিল-সকলে জনাইবেক। বুঢ়াগোহাঁইয়ে সন্দেশ দিয়ে,—পাঙ্গ ১০, কিম্খিপ কত্তিপ ৫, কটাৰী ১০, ধানুক ৬ টোপা, হস্তিদন্ত ২, জুবাকাঠ ২ সেৰ। বৰপাত্ৰ গোহাঁইয়েও পাঙ্গ ৪, কিম্খিপ কত্তিপ ২, কটাৰী ১২, ধানুক ২ টোপা। বৰগোহাঁইয়েও এই বাবদে সন্দেশ। ইতি, শক ১৫৮৭, শ্ৰাৱণ মাস ; চন্দ্ৰা-পণ্ডিতৰাৰে দিয়ে। ১৫৬ ॥

স্বৰ্গদেৱৰ ওচৰত ৰচিদ-খাঁৰ উকিল।—মহাৰাজাও দিথাকে, জামা-যোৰাকে ওচৰলৈকে দিব দিলে। শীঘ্ৰে পণ্ডিতসাৰক তুলি বিদায় দি পঠালে। তাত পাছে ৰচিদ-খাঁয়ে হস্তী ৰূপৰাৰ কাৰণে মহাৰাজাৰ ঠাইলৈ ভেক-কমলক পঠাই দিলে। লেচাঙ্গত ৺এ ভেক-কমলক তুলিবলৈ আনিব দিলে। বৰদুৱাৰ পাই ভেক-কমলে বোলে, "মই সোৰ্বেগ, বক্সম-বেগৰ সৰত আছি ৺ক তচলিমহে কৰিছোঁ, সেৱা কৰা নাই, এখনো মই তচলিমহে কৰিম, সেৱা কৰিব নোৱাৰোঁ।" এই কথা ৺ও শুনি বোলে, "যি পাৎসাৰ অহদি, পাৎসাৰ আশ্ৰয়ে আহিছিল মিমিড্ডে সেৱা নকৰি তচলিম কৰিলে। ই কিয় সেৱা নকৰিব?" এই বুলি খং কৰি তাক ওলোটাই বহাইলৈ দিব দিলে। পাছে ভেক-কমলেও ৺ৰ খং দেখি দুই চাৰি দিন অন্তৰে বোলে, "মই সেৱা কৰিম।" এই কথা শুনি ৺এ সেৱালৈ নি তাক তুলি বিদায় দিলে। তাত পাছে ৰচিদ-খাঁক তোৱাই হৈয়দ পিৰোজ নবাব হৈ হৈয়দ জাফৰ উকিলক পত্ৰ-সন্দেশ দি পঠাই দিলে। ১৫৭ ॥

চক্ৰধ্বজসিংহৰ ৰাজ্যাভিষেক।—পাছে ৺লেও তাক তুলি ৰাখিলে। মাঘ মাস বুঃ ২৩, শক ১৫৮৫। আষোধত লেচাঙ্গত পাট পাতিলে, সেওপৰ পুত্ৰ-নাতিসকলক নাৰিলে। বৈশাখে ৰাজা অভিষেক হয়, শক ১৫৮৬। পৌষে ৰাজা গড়গ্ৰামলৈ আহিল। ৰাজা গৃহ কৰি তুষ্টি মাখত পূৰ্ব্ব পাটত গৃহাৰম্ভ কৰি ৰহিল শক ১৫৮৬। ৰাজা হয়া সেওপৰ জীয়েক দুইজনা কুঁৱৰীক নাৰিলে। ৰৰকৰাৰ জীয়েকক ৰৰকুঁৱৰীৰ পৰ্ব্বতীয়া কুঁৱৰীৰ বিষয়

দিয়া কুঁৱৰী পাতিলে। কুঁৱৰীয়ো ৰাজা পাই কিছু গৰ্ব্ব কৰিছিলহেন মহাৰাজা চক্ৰধ্বজে জানি গৰ্ব্ব চুৰ কৰি মেচাগৰীয়া বৰগোহাঁইৰ জীয়েকক বৰকুঁৱৰী পাতিলে। বৰবৰুৱাৰ জীয়েকক পৰ্ব্বতীয়া কুঁৱৰী পাতিলে। শক ১৫৮৬ চৈত্ৰ মাহ। ১৫৮ ॥

চক্ৰধ্বজসিংহৰ যুদ্ধৰ আয়োজন।—যাৰ পুনৰ্ব্বাৰ বঙ্গালে মহাৰাজাত ৩ লাখ টকা, নব্বৈ হস্তী খুজি অধিক গৰ্ব্ব বচন বুলিলে হেতেৰ ফাকৰ কটকীত কৰি। এই কথা শুনি ৰাজা চক্ৰধ্বজে মহাক্ৰোধ কৰি বচন বুলিলে, — "বঙ্গালৰ অধীন হই থাকিবতকৈ মৰণেহে উচিত।" তাত পাচে মহাৰাজা পাত্ৰ-মন্ত্ৰী সহিতে মালচ কৰিলে বঙ্গালক খেদিবাক প্ৰতি। সেই বেলা বৰবৰুৱাৰ পুতেক লাচিত-ডেকাক বৰফুকন পাতি পঠালে কলিয়াবৰলৈ কুজুবাহেঃ চাই। ই ঠাইতে বঙ্গালৰ কটকীকো বান্ধিলে। যুদ্ধ কৰিবাকো আজ্ঞা দি পঠালে বৰফুকনলৈ। আৰু বৰগোহাঁই, বুঢ়াগোহাঁই, বৰপাত্ৰ-গোহাঁইকো যুদ্ধলৈ পঠালে। সেই বেলা বৰগোহাঁই ফুকন, চাৰিঙ্গিয়া ফুকন, বৰবৰুৱাৰ পুত্ৰ নিমাতী ফুকন, দিহিঙ্গীয়া ফুকন, নাওবৈচা গন্ধিকৈ-ফুকন, এইসকল প্ৰমুখ্যে সমস্তে লোক পঠালে গুৱাহাটী লাগিবলৈ, ভাদ্ৰ মাহ, শক ১৫৮৭। প্ৰথমে দিহিঙ্গীয়া ফুকনে নীলাচলীত কোঠ বান্ধিলে, নাৰ-বেগ, লোচন-বেগক ধৰিলে, ঘোঁৰা পালে ২টা, ঢাল তৰোৱাল পালে কিছু। ১৫৯ ॥

যুদ্ধ আৰু বঙ্গালৰ পৰাজয়।—তাত পাচে সমস্ত লোকে গৈয়া কাজলীত যি কিছু বঙ্গাল আছিল, নিশেষ কাটিলে। যি পঞ্চ সৰ্দ্দাৰ আছিল সিৱে পৰিল। উত্তৰ কোলে যি বঙ্গাল আছিল তাকো কাটিলে। তেনে গুৱাহাটীত ধৰিলে বাহ আহোমে। দিহিঙ্গীয়া ফুকনে, নাওবৈচা ফুকনে দুখন কোঠ ছাগুলুকত উত্তৰকোলে দিছিলে। এই সময় বঙ্গালেও ইটাখুলি বান্ধ হই আহোমক খেদিবাক গ'ল। পাচে তাৰে এক কোঠত বঙ্গালে ধৰিলেহি। কলঙ্গুৱা পুতেকে আগবাঢ়ি খেদি ধৰিলে, দুইকো দুই সমুখ হল, হাতে হাতে কটাকটি কৰিলে। পাচে কলঙ্গুৱা পুতেকক ঘা মাৰিলে; অধমসিংহে সীলে। পাচে উত্তৰকোলে নিস্তৰ লোক কাটিলে। নান্দমাধৱৰ পুতেক অভয়াপুৰীয় ৰাজখোৱা, কলঙ্গুৱা পুতেক দিবৌমুখীয়া ৰাজখোৱা, দুই প্ৰমুখ্যে আনো-লোক দুই-চাৰি পৰিল। তথাপি মহাৰাজাৰ ভাত খাকি যুদ্ধবোৰে সোমালে। তাত পাচে আমাৰ লোকে ইটাখুলিত পুৱতি নিশা গড়ত উঠিলাহি। সেই যুদ্ধত লোৱাৰি বঙ্গাল ভাগিল। বঙ্গালেও দিন-চাৰেকৰ পাচে লাবে ধৰিলেহি।

লোৰাৰি বঙ্গাল ভাগিল। সেই ভয়ে গুৱাহাটীৰো লোকো ভাগিল। কাত্তিকৰ ১৬ দিন যাওঁতে ইটাখুলি মাৰি আহোমে ললে। যত বঙ্গাল আছিল তাকে কাটিলে। গুৱাহাটী এৰি বঙ্গাল পলাল, শক ১৫৮৭। হাতী, ঘোঁৰা, হিলৈ, টকা, ধান, যি কিছু পাৎসাৰ ভণ্ডাৰত আছিল সমস্তে আহোমে পালে। আৰু চৈয়দ ফিৰোজ-খাঁ নবাব, চৈয়দ চালা গৰ্দ্দীৰ, বীৰ-বহুতিৰ যাৰ যত লোক ভাগি পলাল তাকো আহোমে খেদি থৈ নানাধামুখত ভোটি ধৰি আনিলে কতো কাটিলে, বাকবোৰ গড়গাঁৱলৈ আনিলে। আছিলাপাতি বিস্তৰ পালে চৈয়দ ফিৰোজৰ বেটা পাহৰ-খাঁ, চৈয়দ চচম এবাই খ'ল। আৰু আমাৰ লোকজন যি থানথানাত আগে ধৰি নিছিলে তাকো পাই আনিলে। বঙ্গালক মাৰি ৰণ জয় হ'ল। তাত পাচে ৮দেৱে গোঁহাইবোৰেৰে আলচিলে গড় বান্ধিবলৈ। ১৬০ ॥

গুৱাহাটীত গড়।—পাচে বীহৰ্ষীয়া বুঢ়াগোহাঁইক ৮দেৱে পাঠিলে বোলে, "গুৱাহাটীতে আমাৰ লোক নিমতে ৰহিব পাৰে তাকে স্থল চাই গড়খন বান্ধাইক যাই।" পাচে গোঁহায়ে ৮ তাৰ আজ্ঞাই আহি বৰগোহাঁই, বুঢ়া-গোহাঁই, বৰফুকন, এইসব প্ৰমুখ্যে যত কান্‌ফুকন আছিল সমস্তে সমালোচনা কৰি মহাৰাজা চক্ৰধ্বজৰ আজ্ঞায়ে বিশ্বকৰ্ম্মে নিৰ্ম্মিত যেন উত্তৰকোণে, দক্ষিণকোণে গড় বান্ধিলে। বৰফুকনো সিতাতে সাস্তৰে ৰহিল; শক ১৫৮৯, মাস ফাগুন। ১৬১ ॥

শৰাইঘাটত ৰামসিংহ।—তাত পাচে অৰংজেব পাৎসা শুনিলে, পুনৰ্ব্বাৰ আচাৰে গুৱাহাটী শৰাইঘাট ললেহেন, চৈয়দ ফিৰোজ-খাঁ নবাব আদি কৰি সমস্তে উমৰাও লোক ধৰি নিলে আহোমে, আৰ পাৎসাৰ মানুহ সকলো পৰিল। আৰ মান্ধাতাৰ নাতি জয়সিংহৰ বেটা ৰাজা ৰামসিংহক পঠালে গুৱাহাটীৰ গড় মাৰি আহোমৰ দেশ উজাৰ কৰিবলৈ। পাচে ৰাজা ৰামসিংহে আহি চৈত্ৰে প্ৰৱেশ হ'ল, শক ১৫৮৯। ৰামসিংহই শৰাইঘাটত দেখা দিলেহি; শক ১৫৯০, মাস ফাগুন। ৰামসিংহে আহি যুঁৱৰি বোপাত থাকি ফিৰোজ-খাঁক ১৪ মানুহ সহিতে পত্ৰ-সন্দেশ দি সৰুজনা ফুকনলৈ বীৰৰ বচন লেখি পঠালে, বোলে, "শুনিছোঁ, তয়ো বৰবৰুৱাৰ বেটা, ডাঙৰ মানুহ। মযো অশ্বেৰ মান্ধাতাৰ নাতি ৰাজা ৰামসিংহ।" বোলে, "তাক্ষি লোক দুই ধৰি লেচাই দিব। আৰ কোনো বস্তৰ যদি ৰাসি থাকে আমাৰ ঠাই লেখিব, তাক আমি চলাম।" ১৬২ ॥

যুদ্ধৰ সমাৰোহ।—পাচে ফুকনে তাক আনি দপলত তুলি ইটাখুলিত উকিলক ৰাখিলে। পাচে ফুকনে ৮ জনাই বোলে, "দুই ধৰি লেচাই দিব যেন যি বুলিছে আমি দুই ধৰিব লেচাই কৰিম। আৰু দূৰ দেশৰ পৰা তাক্ষি আহিছে, যদি কোনো বস্ত্ৰ নপঠিয়াইছি আমাৰ ঠাই দেখিব, আমি দি পঠাম।" এই বুলি কোনোৱাখোৱাকে, লোগসকে পত্ৰ-সন্দেশ কিছু দি পঠাই দিলে। তাৰ আগচৰ্ৱীয়াসে পাই হাতত কৰি দি বান্ধি যৌবাৰ জীনত আৰি ৰামসিংহৰ আগ কৰিলে। পাচে ৰামসিংহে দুই উকিলত সুধিলে, বোলে, "তইঁত কোন?" বোলে, "আমি উকিল।" "যদি উকিল, চিহ্ন কি?" বোলে, "চাহেব, পত্ৰ-সন্দেশ আমাৰ লগত আছে।" পাচে যেনি দেখালত প্ৰমাণ পাই, যৌবাৰ জীনত আৰি মিঠে দিলে তাক দায় ধৰিলে উকিলক কিয় এমত কৰে। সি বোলে, "চাহাব, এমত কথা আমাত কোৱা নাই, সাচুচ বুলিছে পাকুৰি আনিলোঁ।" মহাৰাজা চক্ৰধ্বজেও বৰগোহাঁই প্ৰমুখ্যে ডাঙ্গৰীয়াসকলক যুদ্ধক লাগি পঠালে। শৰাইত বুঢ়াগোহাঁই ৰহিল। পাণ্ডুত বৰগোহাঁই, কুকুৰাত নাৰ-চোৱান বৰপাত্ৰ-গোহাঁই, শৰাইত দিহিঙ্গীয়া ফুকন, পানীত নাওবৈচা ফুকন, পাণ্ডুত বৰগোহাঁই ফুকন, অস্থৰ-আলিত কলিয়াবৰীয়া ফুকন, বংহলত চাৰিঙ্গীয়া ফুকন, আঙ্কাকত বৰফুকন, এইক্ৰমে সকলো যুদ্ধক সমুখে সাৱধানে ৰহিছে। ১৬৩ ॥

শৰাইঘাটত যুদ্ধ।—তাত পাচে বঙ্গালে যুদ্ধ দিলে। আমাৰো বৰফুকন প্ৰমুখ্যে সবে ফুকনবোৰে, উক্ৰমানে ১১ দিন গাতে বৈশাখ, জ্যেষ্ঠ, আষাঢ়, শ্ৰাৱণ, এই চাৰি মাস মহা যুদ্ধ কৰিলে। তথাপি বঙ্গালে লব নোৱাৰিলে গুৱাহাটী। সবলো স্থিতি ৰহিল গুৱাহাটী আৱৰি গড় ভাঙ্গিবাক নলে। পাচে বঙ্গালে পাণ্ডুৰেদি গাত খানি গাতত খাৰ ভৰাই এক দেওঃ গড় ভাঙ্গিলে। সেই বেলা ধুম্ৰ অনুকূল হ'ল। এতেকে আচাৰে তৎকালে উপায় কৰি গড় বান্ধিলে। পুনৰ্ব্বাৰ সাৱধানে ৰহিল। পাচে পাণ্ডুৰেদি নোৱাৰি শৰায়ে গাত খানি খাৰে পুতি চাৰিটা বঙ্গাল গড়ত উঠিলহি। আচাৰে ডাঙ্গৰ কাঠ নগৰাই পঠালে। কাঠৰ লগতে বাধনি খাড়-সুৰ ভাগি ৰহিল, উঠিব নোৱাৰিলে। আৰু বৰদেউনীয়া আহি নঠিয়াতে কাণ্ড-গুলী লোপোৱা ঠাইত কাঠ-গড় দি থাকিলহি। গড় আধাআধি হইছোতে বুঢ়াগোহাঁইৰে লোকজনক গড়ৰ পৰা ওলাই ধৰিব দিলেহে। তেহে বৰদেউনীয়া ভাগি পলাল। কটা এৰি জীয়া মানুহ পালে ৫১ টা, ভীমৰাই বৰম্বাক পালে, আহিলাপাতি পালে কিছু। পাচে বঙ্গালে হুঁইৰি আগিয়াঠুঠিৰ পৰ্ব্বতত

বহিলহঁতে ; আষাঢ় মাহ, শক ১৫৯১ । পাছে গোঁহাইবিলাকে বহিল গড়ত ফুকন লোকক নৌবাকৌৰৰে ৮ আড়াৰে আহি দুৰ্ব্বচন বুলিলত পুৱতী নিশা গড়ৰপৰা ওলাই আলাবৈত বঙ্গালক ধৰিলেহঁতে, বঙ্গালো ভাগে হেন হ'ল। পাছে বৌৰা যেনি বঙ্গালে ধৰিলেহঁতে, বিস্তৰ লোক পৰিল । আচান বহিব নোৱাৰি পুনৰ্ব্বাৰ গড়তে বহিলহি । পাছে আশ্বিনাঠুঠিৰ পৰা চেচাকৈকে ভুৰি বঙ্গাল বহিল । আচানেও ওলাই শ্ৰাৱণ মাহ, বৃহস্পতিবাৰে, ২৮ দিন গতে আলাবৈত , পচতীয়াত বঙ্গালক খেদি ধৰিলেহি। আহোমৰো দশ হাজাৰ লোক পৰিল । বলে নোৱাৰি আহোমেও উৰাটি গড় ভিতৰত সোমালেহি, শক ১৫৯১, মাহ শ্ৰাৱণ, বৃহস্পতিবাৰ, ২৩ দিন গত । ১৬৪ ॥

চক্ৰধ্বজৰ মৃত্যু ।—পাছে বঙ্গাল নৰজ্জৈ উজাই গ'ল। সেই বেলা পানীত বৰ যুদ্ধ হ'ল। আহোমকো হোঁহোঁকাই আমৰাজুৰিলৈ আনিলে। পাছে বৰফুকনে খেদি টোঁ পাচৰপৰা নামুহ গলিয়াই যুদ্ধ কৰালে, বঙ্গাল অনেক পৰিল । পানী সৰ্দ্দাৰ বচিদ-খাঁ, পৰিল, ফিৰিঙ্গি পৰিল । তাত পাছে তিনিলটিয়াত যুদ্ধ হ'ল। তাতো বঙ্গালে নোৱাৰিলে, ১৫৯১ শক। ৰাম-সিংহে আপোনাৰ ঠাইখাত বহিলহি। এই কথা ৮ত কৰলৈ বৰফুকনে বাৰ কটকীক পঠালে । ৮ও আনন্দ হৈ ডাঙ্গৰীয়াবোৰক লোথা প্ৰসাদ দিলে। মৰনে উজানিত ৰাজ্য ৰাজা চক্ৰধ্বজে পূৰ্ব্ববতে খাপি পাৎলা সমুখ হৈ বহিল। তাত পাছে ৰনমালী দেৱক নিয়া ৰহাৰাজা ভাগিৰ হাতত সমৰে আগ কৰি ঈশ্বৰত মন সমৰ্পিয়া তাহেকো শিখা-বোধ দি ৰাজ্য ভাৰ দি চক্ৰধ্বজ ৰাজা স্বৰ্গী হল ১৫৯১ শকত, ভাদ্ৰ মাহ । ১৬৫ ॥

তাত পাছে ৰামসিংহে মীৰকে ৰামহৰি কাজিকে পত্ৰ-সন্দেশ দি পঠালে বোলে, "আমাৰক গুৱাহাটী চাৰি দিয়ক, পূৰ্ব্ব ধাৰণে প্ৰীতি হৈ থাকোঁ।" এই বুলি পঠাই দিলে।

ৰামসিংহৰ লাচিত বৰফুকনলৈ পত্ৰ ।—পত্ৰো এই—

স্বস্তি সমস্তাবিকুল-তমকাৰণ্যদাবাগ্নি-সদৃশ-সকল-দিগ্‌সুন্দৰী-কৰ্ণপুৰীকৃত-
কীৰ্ত্তিপুষ্পক সকলশক্ৰমস্তকমণি-নিৰাজিত-চৰণকমলযুগলস্ব-
কুশলশতপত্ৰ-প্ৰকাশৈকভানিতা সমস্তাগা-কৰ্ণমহানল-সমীৰণ-
স্বনিত-প্ৰতাপানল-ৰাজমানতেজেষু শ্ৰীমৎবৰবৰা-ফুকেষু ফুকনেষু—

পৰম প্ৰীতিপূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ আৰ বিশেষ সমাচাৰ লিখা সনেত তোমাৰ লেখানে ১ এজন চাহুৰ্যা ও আহ্দুলা সোনা মনুষ্যাকে

ভেদ কৰিয়া আছি, এতেকে এনত প্ৰীতি নাল লাগে তোমাৰ পিতাৰ চাতে নবাব আহ্লাৱাৰ-খাঁৰ সঙ্গে প্ৰাচুৰ্য্য কৰিছিলেন। ও এখন যদি তোমৰা তবে কৰিতে যত্নে থাক তবে তেবে তোমাৰ যশপ্ৰতিষ্ঠা নাহৈবাৰ নাহি, বৰাই হৈবেন। আৰ দোষনৰ্থযো সুৰ্যকে কপৰ্য্য স্বচ্ছনিৰ্দ্ধাৰিত কাৰণ হৰক ভাবিবেন তবে যি প্ৰীতি সকল ভাৰ কৰিছ তে প্ৰীতি ইহ ভাৰ তোমৰা যে কাৰ্য্য কৰিবেন ইখানে হান প্ৰতিষ্ঠা সব তোমাৰ, যাতে এই প্ৰীতি চন্দ্ৰ-সূৰ্য্যাবধি অতএব প্ৰীতিবিৰ্দ্ধিখনি সান কৈলবেন সেৰূপ সাবহিত প্ৰকৃত কৰিয়া ইহাৰ প্ৰত্যুত্তৰ চিতাপ পহচাইবা। আৰ অধিক কি লেখিম। আপুনি সমস্ত জান, ইতি, শক ১৫৯১। সন্দেশ—বনাত ১ খন, কাচৰ বান ৪ টা। ১৬৬ ॥

বৰফুকনৰ ৰামসিংহলৈ পত্ৰ।—আৰ পাচে বৰফুকনেও মীৰকে ৰামহৰি কাজিকে তুমি কুশলাদি বাৰ্ত্তা পুচি বোলে, "ভাল, মোৰ পিতৃয়ে আহ্লাৱাৰ-খাঁৰে যি প্ৰীতিগোট কৰিলে সেই যশস্যা অদ্যাপিও কহে। এখনো যদি তেমন থান কৰিব পাৰা তোমাৰ আমাৰ প্ৰীতিগোট চন্দ্ৰ-দিবাকৰ থাকেমানে যশস্যা ৰহিব। এতেকে এই প্ৰীতিৰ যদি ইচ্ছা থাকে তেবে পণ্ডিত ৰায়ক পঠাব। এই বুলি এক লেখা দি দিনকে ৰামচৰণকে মীৰ, ৰামহৰি কাজিৰ লগত পঠাই দিলে।

পত্ৰো এই—

স্বস্তি শেষ-গুণমিত্ৰ-পাণ্ডুৰ-যশ-বৃন্দাস্ফাইত-প্ৰবৰদ্বিজন-শাস্ত্ৰাশ্ৰান্ত-
সন্তোষসংস্থাৰক শ্ৰীশ্ৰীযুত মীৰ্জ্জাৰাজা জয়সিংহাত্মজেষু—

শুভম লেখন পৰং কাৰ্য্যঞ্চ আগৌ এখানে কুশল। পৰং তোমাৰ মঙ্গল, পৰং তোমাৰ মঙ্গলৰূপ কুশলক সদা পৰিবাঞ্চি। আৰ অপৰ বিশেষ জুনিতো এখন চাজুৱা আৰ আহুনুলাক পঠায়া বিৰূপ বাৰ্ত্তাক কহিছা সিৰূপ মিত্ৰাতিপথ যদি এখন তোমাত হস্তে ৰহিত তবে মিত্ৰৰ সাপেক্ষ ভজিন যে মিত্ৰৰ লোক কাম এইহে যোগ্য। শ্ৰীযুত বৰবৰুৱা মোৰ পিতৃয়ে আহ্লাৱাৰ-খাঁ সহিত প্ৰীতিগোট কৰিছিলে সেই যশস্যা অদ্যাপিও প্ৰকাশ কৰে এখনো যদি তেমন থান কৰিব পাৰা তোমাৰ আমাৰ চন্দ্ৰ-দিবাকৰমানে যশস্যা ৰহিব। এতেকে এইহে প্ৰীতিৰ ইচ্ছা থাকে যদি তেবে মোৰ ঠাইক পণ্ডিতৰায়ক পঠাই দিবা। আৰ অধিক কি কহিম। তুমিও অম্বেৰৰ অধিপতি জয়-সিংহৰ বেটা মান্ধাতাৰ নাতি। এমন জগৰ যে কয়াৰ কৰি প্ৰীতি যে কৰা

যাৰ একে চাক সুযোগ্য ব্যৱহাৰেসে হ'ল, অন্যমত নাহয়। আৰ আমাৰ ঠাইৰ সমাচাৰো শ্ৰীনাৰায়ণ আৰ ৰামচৰণ তোমাৰ বোয়ালে কহিবেক। ইতি, শক ১৫৯১।

সন্দেশ দিলে,—হস্তিদন্ত ২ টা, শাঙ্ক ৬ টা, কটাৰী ৪ খন, আগৰ কাঠ ১০ সেৰ, গাঠিয়ান ১ মোন। ১৬৭ ॥

ৰামসিংহৰ গুৱাহাটী খোজে।—পাচে নিয়ৰে ৰামচৰণক দৰ্বাৰলৈ নি তুলি ৰামসিংহে কুশলাদি বাৰ্ত্তা পুচি বোলে, "ভাল, মই মীৰকে পণ্ডিত-ৰায়কে পঠাই দিম। তোমালোকে বৰফুকনলৈ জনাই পঠা।" পাচে দিনে ৰামচৰণে বৰফুকনলৈ জনাই পঠালে। ফুকনেও পণ্ডিতৰায় আহিবৰ হেন জানি কৌপতীয়া কটকীত কৰি ৺লৈ জনাই পঠালে। ৺ও শুনি বঙ্গালৰ কটকী তুলিবলৈ চন্দ্ৰাতপ, মসচা, কটকীক তামোল-পাণ সোণৰ-ৰূপৰ কাঁহি যতন কৰিলে। বঙ্গালক দিবলৈকো সন্দেশ,—হস্তিদন্ত, শাঙ্খ, আগৰ কাঠ, গাঠিয়ন, কটাৰী, ধানুক, পাট-কাপোৰ, এই সকল দিবলৈ যত্ন হল। পাচে ৰামসিংহে নিয়ৰে ৰামচৰণক পুনৰবাৰ দৰ্বাৰলৈ নি বোলে, "বাৰম্বাৰ উকিল গতাগত কৰে, কাৰ্য্য কামতো কিছু নহল। ইবাৰ মই উকিল নপঠাওঁ। সোগন্ধ কৰি বোলো, ইহাক কৰি যাই মোক গুৱাহাটী চাৰি দিয়ক। আৰু ছৈয়দ ফিৰোজৰ বেটাকো ছৈয়দ চালাকো এৰি দিয়ক। আত কৰি যদি মই অধিক খোজো বঙ্গালিকে বোলো, এই হাতৰ তৰোৱালে কাটিব, এই পৰমেশ্বৰীয়ে মোক খাব।" আৰু কণ্ঠৰ ৰুদ্ৰাক্ষমণি হাতে ধৰি বোলে, "এই মহালক্ষ্মীয়ে মোক এৰিব, আৰ মোৰ উৰ্দ্ধপুৰুষসকল নৰ্কগামী হব। এই কথাও যদি সত্যও নাধাৰ তেৱে লোহিতৰ মাজত ৰামগোসাঁই আছে, নদিকূলত শপত কৰিম। বৰফুকনে যদি এই কথা মানে, তেবে যাকে খোজে তাকে দিম।" এই বুলি উকিল-পত্ৰ দিদি নিয়ৰে ৰামচৰণকে ফিৰাই পঠালে। ১৬৮ ॥

বুঢ়াগোহাঁইয়ে গুৱাহাটী লেৰিলে।—এই কথা ৺এ শুনি যি সব আউ-ভাইছিল তাকো ৰাখিলে, বৰফুকন প্ৰমুখ্যে সমস্ত লোকে গুৱাহাটী এৰি দিবলৈ ইচ্ছা হ'ল। পাচে বুঢ়াগোহাঁইয়ে বোলে, "আমি গুৱাহাটী এৰি দি কোন ঠাই ৰহিম? পাছলা লেকি ৰামসিংহৰ শপততে ৰহিব?" পাচে ৺ও বুঢ়াগোহাঁইৰ পক্ষকে ৰাখিলে, গুৱাহাটী এৰি দিদিলে। তাত পাচে বঙ্গালেও মাৰে-ডৰে পাণ্ডু-শৰাইঘাটত ৰনিলেহি। পাচে যুদ্ধ ভঙ্গ হৈ বঙ্গাল ভাগিল। ভাটীয়াই আধিপাঠুৰিত ৰহিলহি, চৈত্ৰ মাহত, শক ১৫৯২। আত

পাচে ৰামসিংহৰ পুত্ৰক পাৎসাৰ ঠাইত মহতমানিক কৰেছেন দুঃকীৰ্ত্তি শুনিব। খৈল, যেন যুদ্ধ নকৰিব এই এক কথা কৰা। তাত পাচে ৰামসিংহে মিত্ৰ হওঁ বুলি গড় খুলি পঠালে কটকীত কৰি। পাচে উদয়াদিত্য ৰজা প্ৰীতিয়ে মহৰ, গড়ো মিলিলে। পাচে ৰামসিংহে আগিয়াঠুঠিৰপৰা ৰঙ্গামাটিলৈ গল। পাচে এই কথা কবলৈ নাম কটকীক পঠালে। এও শুনি আনন্দ হৈ সমস্তকে যথাযোগ্য প্ৰসাদ দিলে। ১৬৯ ॥

লাচিত বৰফুকনৰ মৃত্যু।—তাত পাচে বৰফুকনো মৃত্যু হ'ল। তাৰ্ভিৰ ককায়েক নিমাতী ফুকনক বৰফুকন পাতিলে। উদয়াদিত্য ৰজাও তিনিজনা গোহাঁই আদি কৰি সমস্তকে বৈৰাগীত শৰণ লগালে। মোৰামোৰা আদি কৰি সমস্তে ঠাকুৰবোৰক শৰণ লগাবলৈ ধৰিলে। পাচে সকলো গোহাঁয়ে মনে মনে সমস্তেৰে সমালোচনা কৰি ৰাত্ৰিয়ে উদয়াদিত্যকে ধৰিলেগৈ। চাৰিদ্বীয়া বৰবৰুৱাক, পাপঃ লেওৰক পিতাতে কাটিলে। ১৫৯৫ শকত, ভাদ্ৰ মাহত, মহো-ৰাত্ৰি সৱ গোহাঁয়ে উদয়াদিত্যক মাৰি ৰজা হ'ল। পাচে বৈৰাগীকো মাৰিলে, লোহিত্যতো মগ্ন কৰিলে। তাত পাচে অভিষেক হৈ ৰামধ্বজ নাম ললে; শক ১৫৯৬। ১৭০ ॥

ৰামধ্বজৰ মৃত্যু।—চুলিকাকো মাৰিলে, তাত পাচে অনেক উৎপাত হল। মগৰ তল গল। ডাঁৰিকাত ভাদুক পৰিল। চাৰিং ৰজা, বাৰুদ্বীয়া বৰগোহাঁই, দুইকো মিছা বাদ মাৰিলে। তাত পাচে ৰামধ্বজ ৰজাৰ ভগন্দৰ হল। মৃত্যু হব যেন জানি ফুকনবোৰ সমস্তিতে আলচ কৰি উদয়াদিত্যৰ পুত্ৰ কলীয়া গোহাঁইক ৰজা পাতিবলৈ যুক্তি কৰিলে। পাচে ডেবেৰাই জানি ফুকনবোৰকো বৰাফুকনকো ধৰিয়ে কাটি শালত দিলে। পাচে ৰামধ্বজ ৰজা স্বৰ্গী হল ১৫৯৬ শকত, আষাৰ মাস, বুধবাৰে ১৮ দিন গতে। ১৭১ ॥

ডেবেৰাই পতা ৰজাসকল।—তাত পাচে ডেবেৰাই লাউৰ পাৰিলে শৰাইঘাটলৈ, বোলে, "ৰজা নিৰ দিছে বুলি কৈ লোমাকোঁৱৰ ফুকনক ঘাটত মাৰি আহিবি।" পাচে লাউরেও এৰ কথা কৈ শৰাইঘাটৰপৰা আনি ফুকনকো, বৰা-বৰুৱাকো গহিন্তৰতীত মাৰি আহিল। পাচে ডেবেৰাই চামগুৰিয়া পৰা কুমৰ আনি ৰজা পাতিলে ১৫৯৬ শকত, মাহ আষাৰ, বৃহস্পতি বাৰে ১৯ দিন গতে নিশা। বৰবৰুৱাৰ জীয়েকক কুঁৱৰী পাতিলে। পাচে তিপাম ৰজায়ো ডেবেৰাক মাৰি ৰজা হবলৈ আছিল। তাকো ডেবেৰাই পৰ্বতীয়া আনিত

নবাব আৰু স্বৰ্গদেৱৰ পত্ৰ ।—তাৰ পাচে মেটেকিয়াল বুঢ়াফুকন আছিল। এক বৎসৰ পাচে চকাৰ পৰা ছাস্তা-খাঁ। নবাবৰ বেটা আবদুল নাছিৰ খাঁ নবাবলৈ কৈ পঠালে বোলে, "পাৎসাৰ বেটা সুলতান সাহুনে ১,০০,০০০ ঘোঁৰা, ৩০০ হস্তী সহিতে ৰাজমহল প্ৰবেশ হৈছে। বুলি মোলৈ বাৰ্ত্তা দিছে, আৰু বুলিছে, মামাশ্বশুৰ বৰফুকনলৈ একযোৰ চিৰপাৰা এক লেখা দি ইয়াক কৈ পঠাইছে। পূৰ্ব্ব সীমানাত যিবোৰ ৰহিব আছিও পূৰ্ব্ব সীমানাত ৰহিব। পূৰ্ব্বে যেনতে ধাৰণে একমাত প্ৰীতি চলিছিল এখন তেনেও হব; যদি এনেও নহয় তেবে যি কিছু গো-ব্ৰাহ্মণ হানি হয় তাৰ ভাৰ বৰফুকনে পাব। ইহাৰ প্ৰত্যুত্তৰ শীঘ্ৰে কৈ পঠাব।" এই বুলি এখনি কাচি লিখা পঠালে। তাৰ অৰ্থে অনুসাৰে বৰফুকনলৈ আবদুল নাছিৰ-খাঁলৈ বৰুৱা লিখা লিখি দুখো খানি লিখা এক যোৰ সিয়া কাপোৰ সহিতে বাদুলিৰ মানুহ এটিৰে সৈতে আৰু আটা মানুহ দি পঠালে। তাৰ মাগত বৰফুকনৰ ঠাই পানতহি কলীয়া কটকীত কৰি ৺চৈলকো কৰুঃ বুঢ়াগোহাঁইইকো জনালে। ই ঠাইত পত্ৰ বুঢ়াফুকনে শুনি বিধানসহেন দেখি লিখাবো সমাচাৰ জনালে। মহাপাত্ৰ ৰাজু বুঢ়াগোহাঁইয়ে এইখান বুলিব দিলে, "পূৰ্ব্বাপৰে সিয়া কাপোৰ দিয়া নাই। এখন কাৰণ এৰি সিয়া কাপোৰ কিসক দিলে? বৰফুকনৰে ছাস্তা-খাঁৰে সমান পাত্ৰহে লিখিব পাই। বৰফুকনৰ নাম তলত লেখি ছাস্তা-খাঁৰ নাম কিয় ওপৰত লেখিলে? আৰু সীমনাৰ খান যি কৈছে সীমনা আজিৰো নহয়। ঈশ্বৰে ৺ যাক যেখন দিয়ে ৺ সেয়ে ভোগ কৰে। ৺ মোৰ সীমনা বোলন এইখান অনুচিত। কিসকৰণ কৈছে বুলিলে। আৰ ঘোঁৰা হস্তী নিতৰ দৰ্শাই বিধান লিখিলা যি তোমাৰ ঘোঁৰা আমাৰ মানত পৰ, যাতো যি আপুনি তীৰ বন্দুক চলাব নোৱাৰে তাৰ কথা কি কব লাগে।" এই বুলি এখন লিখা দি বঙ্গালৰ মানুহটিক বিদায় দিব দিলে। পত্ৰ-সন্দেশকো ফিৰাই দিলে, বাদুলিৰ মানুহটি গুৱাহাটীতে ৰহিল। ইতি, শক ১৫৯৯, কাতিক মাস। ১৭৩ ॥

চিত্ৰামণি গড় ।—কতোদিন থাকি পৰ্ব্বতীয়া ৰাজাৰ চোৰে কাটিবে ৰাজা কথনপিতে ভীষে। চোৰো নাপালে। বুঢ়াগোহাঁইয়ে ফুকনবোৰেৰে আলচি বোলে, "শৰাইঘটীয়াবোৰেহে মানুহ পঠাই ৺ক কটালেহি।" এই কথা শৰাইঘটীয়াবোৰে শুনিলে। আৰু বুঢ়াগোহাঁইয়ে চিত্ৰামণি-গড় বান্ধিলে, শক ১৬০০, মাস ফাগুন। ১৭৪ ॥

---

# দ্বাদশ অধ্যায়।

## গুৱাহাটীত নবাব মনচুৰ-খাঁ।

নবাবৰ গুৱাহাটী আক্ৰমণ।—তাৰ অনন্তৰে নামুক বৰফুকন প্ৰভৃতি সকলো ফুকনে বোলে, "আমি দেখোঁ গুৱাহাটীৰ গড়ত শত্ৰুক সন্মুখতে ৰখিছোঁ। মাজ বাহিৰাত গড় বান্ধে কালৈ, আমাবিলাকেহে বান্ধে?" পাছে সবেও আনচি বান্ধুনি ফুকনৰ তলৈ মানুহ পঠালে। বঙ্গালেৰে কথা-বাৰ্ত্তা হৈ গুৱাহাটী এৰিবলৈ যুক্তি কৰিলে। আৰু বৰফুকনে সমস্তৰে সমালোচন কৰি বুঢ়াগোহাঁইলৈ আদ্ধিনাপাতি খুজি পঠালে, তাকো নিদিলে। এতেকে গুৱাহাটী এৰি সবে উজাই আহিল। নবাব মনচুৰ-খাঁয়ো ভাল ছেগ বুজি পাই গুৱাহাটী ললেহি। পাছে বুঢ়াগোহাঁইয়ে গুৱাহাটীবাসকল আহিবৰ শুনি সৈতেলো সহিতে খেদি গ'ল। বৰফুকনো কলিয়াবৰতে ৰহিল। পাছে কিকিৰীয়া ফুকনে চেঁপৰ-ভলীয়া ফুকনৰ নৌ ফুকনকনাক, দুইকো ধৰিলে। পাছে বুঢ়াগোহাঁই ভাগি পলাল। সাতসৈয়াত খেদি ধৰি কলিয়াবৰলৈ নি বধ্য নি ধলে, শক ১৬০০। ৰজাও পৰ্ব্বতলৈ পলাল। পাছে বৰফুকন বোলে, "৺এ চিন্তা নকৰিব আৰু এইখন বিচাৰ কৰক। ৺লেৰক কোনে কাঢ়িলে? মাজ বাহিৰাত কোনে গড় বান্ধিলে?" পাছে ৰজা বোলে, "এই সকল বুঢ়াগোহাঁয়েহে কৰিছে, মই নাজানো।" পাছে বুঢ়াগোহাঁইক বাহিৰ দিলে; গোহাঁইলোকে মাতি ৰাখিলে। সেই সময়ত চলাৰ পুতেকক, মদুক দুইকো বঙ্গাললৈ পাঠিলে হাতী দাঁত, আগৰু কাঠ, শাল, চানন, সোণাৰ কাপোৰ, পীৰা, সোণাৰ কলি, পত্ৰ-সন্দেশ দি। বৰফুকনে বোলে, "চলা, তই গলে নইছে যাও। সাংগাৰো পত্ৰত যেনেকৈ ৰজা বুলি লেখে সেকি তেনে কৰিবি।" চলাকো বিস্তৰ বস্ত্ৰ অলঙ্কাৰ দিলে। পাছে চলাও বঙ্গাললৈ গল। ১১৫ ॥

পৰ্ব্বতীয়া ৰজাৰ মৃত্যু।—তাৰ পাছে পৰ্ব্বতীয়া ৰজাৰে মেচা বৰ-বৰুৱাৰে বৰফুকনক ধৰিবলৈ মন কৰিলে। বৰবৰুৱাই বোলে, "অধম ধৰিব নোৱাৰোঁ, একে লগে তুলসীপুত্ৰত শপত কৰিছোঁ। যদি কলিয়াবৰলৈ বঙ্গাল আনে তেৱেঁ আভাৱে ধৰিম অৱশ্যে।" আৰু গড়গঞা গালিকেনেওগ তাকো গড় আউৰাবলৈ বুলি কলিয়াবৰলৈ পাঠিলে ফুলনৈক ফুকনক ধৰিবলৈ। নেওগেও কলিয়াবৰ পাই ফুকনৰ সন্ধেতে কলে। তাৰ পাছে লাথিতিৰ পুতেক পানী-দিহিঙ্গীয়া ফুকনো গড়গাওঁৰ পৰা পলাই কলিয়াবৰলৈ হৈ বৰফুকনত সমাধি কলে। পাছে ফুকনেও ভৰি আতঙৰাৰ সংশয় কৰি ফুকন পাতি হৈ কলিয়াবৰৰ পৰা সৈতেলো গড়গ্ৰামলৈ আহিল। পাছে ১৬০১ শকত

পৰ্ব্বতীয়া ৰজাক মাৰিলে। সেই শকতে চাংগুৱীয়া কোঁৱৰক ৰজা পাতিলে। পাচে চাংগুৱীয়া নৰা ৰজাও দুমাহ নাম লেচাকত থাকি মেটেকাত পাট কৰি ৰহিলহি। ১৬০১ শক, মাহ জেঠৰ পাচ দিন যাওঁতে বৃহস্পতিবাৰ। বৰফুকনৰ জীয়েক বৰকুঁৱৰী ভাতৰ্ম্মাৰ জীয়েক পৰ্ব্বতীয়া কুঁৱৰী। তাত পাচে চৌৰাক গড়গ্ৰামলৈ বিদায় দিলে বঙ্গালৰ গোবিন্দৰাম কটকীক লগত দি যোৱা পত্ৰ-সন্দেশ দিলে। বঙ্গালে পত্ৰতো এইখান লেখিলে, "ৰজা বৰফুকন তোমাৰ লোহুৰনকো মাৰি ৰজা হৈ থাক। আৰু মিৰা লোহুৰন তাক আমাৰ ঠাই দি পঠাব।" এই বুলি পত্ৰ দি বিদায় দিলে। পাচে সিহঁতো আহি গড়গাওঁ পালেহি। পাচে ফুকনেও আনন্দ হয়া বঙ্গালৰ কটকী তুলিলে। তাত পাচে পুনৰ্ব্বাৰ তুলি বিদায় দিলে। ১৭৬ ॥

লাঙ্গুকগোনা বৰফুকন বধ।—তাত পাচে বৰফুকনক মাৰিবলৈ সকলেও আলচি ভৌমিক আজ্ঞা কৰিলে। পাচে ভৌমিকে ফুকনক খুচি মাৰিলে। তাত পাচে লাম্বাধৰাক বৰফুকন পাতিলে। পানী-দিহিঙ্গীয়া বৰগোহাঁই হ'ল। সবেও আলচি ভাতৰ্ম্মাক মৰিবলৈ খেদি খং কলিয়াবৰলৈ। পাচে ভাই ভাতৰ্ম্মা কলিয়াবৰৰ পৰা পুতেকটি সহিতে এখনি আগনাচি নাৱেৰে পলাই মনচুৰ-খাঁত মিলিলহি। তাত পাচে ৰজাকো মেটেকাৰ পৰা আনি হাতী-শালৰ কোমত পাট কৰি ৰহিলহি। এই মতে একবৎসৰ হ'ল। পাচে সমস্তে চাংগুৱীয়াসকলে সমালোচন কৰি বোলে, "অসামৰ্থ ৰজাত কিহে ৰজা ৰক্ষা কৰিব? সামৰ্থ হলেহে ৰজা ৰাখিব পাৰিব।" এই বুলি তুঙ্খুঙ্গীয়া কুঁৱৰক কলিয়াবৰলৈ নি লাম্বাধৰা বৰফুকন প্ৰভৃতি সকলো ফুকনে ১৬০৩ শকত অভিষেক কৰি ৰজা পাতি গড়গাওঁলৈ পঠাই সৰু নৰা ৰজাক মাৰিলে। ১৭৭ ॥

চুলতান আজমতৰাৰ পত্ৰ।—১৬০৩ শকত আহাৰ মাহত কলিয়াবৰৰ লুৰাফুকনলৈ পাৎশাৰ বেটাৰে দিয়া আমাৰ কটকী চন্দাৰ মাধচৰণ, মধুৰে আৰু বঙ্গালৰ পৰা বঙ্গাল কটকী গোবিন্দৰামে আনা এই লিখা, ১৬০৩ শক, কাতিক মাহত বৰফুকনক মাৰিলত পলাৰবসিংহ ৮সেৰে চেটিয়া ফুকনলৈ দি পঠালে মৰনুৰাত পাই বানকদলীত কৰি। পাচেও বানকদলীৰে গড়-গাওঁলৈ দিলে, আৰে সকল,—

কৃপাযোগ্য দয়াপাত্ৰ শুভচিন্তক ৰজা বৰফুকন, অনুগ্ৰহ নিৰ্ম্মনং কাৰ্য্য-স্থানে, আসামৰ ৰজাই ৰজা তোমাক দিলে, ইহাক সত্য কৰি জানিবি।

সোণাপুৰৰ থানাকো মাৰিলে ; তাৰ থানাদাৰো পৰিল ; লোকজনো বিস্তৰ পৰিল। ঘোঁৰা, বন্দুক, আনো বস্তুজাত বিস্তৰ পালে। কিছুমান মানুহ পলাইহে এৰাল। কন্দুৱাৰ মানুহ ভাগি ইটাখুলি সোমালগৈ। এইৰূপে বাহিৰ থানাৰ লোকজন ভাগি ইটাখুলি সোমালগৈ। আচামেও মাৰে-তৰে ইটাখুলি চাৰিওফালে ঘেৰিলেগৈ। ইটাখুলিৰ লোকজন সহিতে আলিএকবৰে উমানন্দ থানাত ৰবহিলৈ পাতিছিলে। দক্ষিণকোলত সৰ্দ্দাৰ পানী-দিহিঙ্গীয়া বৰবৰুৱা, নেওগ-ফুকন, পিকচাই ডেকা-ফুকন আনো ৰাজখোৱা, হাজৰিকীয়া সহিতে সমদলে শৰণীয়া পৰ্ব্বতৰ আগৰ কোঠত আছে। বস্তালো ইটা-খুলিৰ পৰা ওলাই আহি পানী-দিহিঙ্গীয়া বৰবৰুৱা, নেওগ, ফুকনৰ সন্মুখে হৈছিলেহি। আসোৱাৰী ঘোঁৰাৰ পৰা নামি হাত-চালিহে গড়ত সৰিলেহি তাক দেখি মণি হাজাৰীয়ে গড়ৰ ঘোঁৰা-দলক কাটিবলৈ ধৰিলেহি। সিয়ো আমাৰ মানুহৰ গুলীত পৰিল। আনো অনেক লোক পৰিল। আলিএকবৰ পলাই ইটাখুলিত সোমালগৈ। সেই দিনৰ পৰা ওলাব নোৱাৰিলে, ওলোৱা যুদ্ধো নহল, ইটাখুলিৰ পৰা গুলীয়াইছিলে। পানী-দুৱাৰত পানী-দিহিঙ্গীয়া ৰাজখোৱা প্ৰমুখ্যে অনেক মাৰেবে জয়স্থিসিংহে সহিতে বিস্তৰ বেলি যুদ্ধ কৰিলে। আচানেহে জিনি তাকো ধৰিলে। উত্তৰকোলতো সলাল বৰ-গোহাঁই, ঢেকেৰা ফুকন, দলিয়াবোৱা মজুমদাৰ লোকজন সহিতে হাত-ফুৰুকত সন্মুখে আছিল। দক্ষিণে বৰফুকন, উত্তৰে পানী-ফুকন। পাচে বস্তালো পলাল যুদ্ধ হাৰি। ভাদ্ৰ মাস, ১ দিন গতে যুদ্ধবাৰে ইটাখুলিৰ পৰা প্ৰভাততে আলিএকবৰ প্ৰমুখ্যে লোকজন এৰি, অল্প মানুহেৰে নাৱে পাৰ হৈ মনচুৰ-খাঁৰ ঠাই ভাগি গ'ল। সেই দিন দুপৰ বেলি হুলাহু নাৱেৰে মনচুৰ-খাঁও ভাগি ৰঙ্গামাটিলৈ গ'ল। গতমল আলিএকবৰ সহিতে, তৰেও বাজে ইন্দ্ৰমণি, মনসিংহ, কবিৰ-খাঁ প্ৰমুখ্যে বিস্তৰ লোকজন হাতীঘোঁৰা বস্তাৰি আসোৱাৰি হৈ গ'ল। নবাব মনচুৰ-খাঁও গুৱাহাটীত তিনি বছৰৰ পাচ মাহ ভোগ কৰিলে। ১৭৯ ॥

বিষয়াৰ শাস্তি।—পাচে চেটিয়া ফুকন গুৱাহাটীতে ৰহিল। দিহিঙ্গীয়া বৰবৰুৱা প্ৰমুখ্যে ফুকন ৰাজখোৱা মাৰে-তৰে মানহা পৰ্য্যন্তে খেদি মনচুৰ-খাঁক নপাই ভগনীয়া লোকক ধৰি মানহাৰ পৰা উলটি আহিল। তাত পাচে গুৱাহটীয়াসকলে ফুকনে মনে মনে সমালোচন কৰি ৰাজাৰেবে লান্মাখৰু বৰফুকনক গুৱাহাটীলৈ ভাৰি ৰাজালৈ দি পঠালে। ৮৩ বৰ-দুৱাৰ দুবি আনি ধৰবলৈ বিদায় দিলে। তাত পাচে গড়গয়াঁ সন্দিকৈ, নেওগ-ফুকনক

বনকুকুৰ পাতি পঠালে। এইদৰে দুই বৎসৰ হ'ল। পাচে গুৱাহাটীয়া কুকুৰবোৰে এটা কুকুৰ আনি ৰাজাক শুচাবলৈ মন কৰিলে। বনকুকুৰেও সহজেতে ৬/৭বাৰলৈ জনালে। মহাৰাজাও গোঁসাইবোৰেৰে সমালোচন কৰি চামধৰা পণ্ডিত ৰহিলাগৈ। গুৱাহাটীয়া বনকুকুৰবোৰো বৰ সাৱধান হয়া ৰহিছে। পাচে ৬/৭ উপায় কৰিয়া কনিয়াৰবৰলৈ আনি চাৰিস্থীয়া কুকুৰ, বুঢ়াগোঁসাই কুকুৰক চিনিয়াই মাৰি পানত দি ওটোৱাই পড়গ্ৰামলৈ আহি স্বতন্ত্ৰ হৈ ৰহিল। তাত পাচে নামদঙীয়া কুকুৰকো চিনিয়াই মাৰি পানত দিলে, পানী-কুকুৰকো মাৰিলে। ১৮০ ॥

---

## APPENDIX A

# গুৱাহাটীৰ ক্ষেত্ৰ-পৰ্বত

গুৱাহাটী অঞ্চলৰ গিৰি-তীৰ্থ সমূহ ।—১৬৩৪ শকত শ্ৰীশ্ৰীৰুদ্ৰসিংহ স্বৰ্গদেৱে পুথি বিচাৰি গুৱাহাটীৰ ক্ষেত্ৰ-পৰ্ব্বত লিখা কৰা ।—

১ । হাজোৰ মাধৱৰ পৰ্ব্বতৰ নাম মণিকূট।

২ । কেদাৰৰ পৰ্ব্বতৰ নাম মদনাচল।

৩ । কামেশ্বৰৰ পৰ্ব্বতৰ নাম গোকৰ্ণ।

৪ । মোক্ষামৰ পৰ্ব্বতৰ নাম গন্ধৰাচল।

৫ । ভলয়া পৰ্ব্বতৰ নাম বৰ কুবেৰাচল।

৬ । নাগতা পৰ্ব্বতৰ নাম মকৰেচৰ।

৭ । ভভবাৰ পৰ্ব্বতৰ নাম বঘাবৈ ।

৮ । শজিবাড়িৰ পৰ্ব্বত, নাম খানাবৈ।

৯ । আগিয়াঠুটি পৰ্ব্বতৰ নাম অগ্নি।

১০ । তাৰ পুবে চিলাৰ পৰ্ব্বত।

১১ । চিলাৰ উত্তৰে বৰ পৰ্ব্বতৰ নাম কালজোৰক ।

১২ । তাৰ উত্তৰে পৰ্ব্বতৰ নাম কাটাপাহাৰ।

১৩ । তাৰ উত্তৰে গৰাগন্ধাৰপুৰ।

১৪ । কাটাপাহাৰৰ পুৰ্ব্বে দৰখান পৰ্ব্বতৰ নাম নক্ষত্ৰাচল।

১৫-১৮ । তাৰ চাৰিকাষে চাৰিটা পৰ্ব্বত আছে, যাৰো নাম সেই।

১৯ । তাৰ পুৰ্ব্বখান পৰ্ব্বতৰ নাম গিৰিকাচল।

২০। তাৰ উত্তৰে ভাখানতে নটুৱানচা পৰ্ব্বত বোলে, নাম নাটকাচল।

২১। তাৰ ঐশানে ছত্ৰাচল পৰ্ব্বত।

২২। তাৰ দক্ষিণে নীলবাতপ।

২৩। তাৰ দক্ষিণে নীৰ্ব্বেশ্বৰী পৰ্ব্বত, তাকে গীতা পৰ্ব্বতো বোলে।

২৪। তাৰ ঐশানে মানসাচল।

২৫। পুনে কুৰুৱাৰ উত্তৰে সাতখান পৰ্ব্বত আছে, সপ্তঋষি নাম। তাৰ দক্ষিণে এটি সৰু পৰ্ব্বত আছে, তাৰ নাম কুবেৰাচল।

২৬। তাৰ অগ্নিদিশে কুৰুৱা, তাকে ক্রৌঞ্চ পৰ্ব্বতো বোলে।

২৭। তাৰ অগ্নিদিশে মাছ পুৰিখোৱা পৰ্ব্বত বোলে, তাৰ নাম দশাশ্বমেধ।

২৮। পশ্চিমে এক যোজনৰ অন্তে চাৰবুৰুঙ্গ শাক বোলে, তাৰ নাম মণিকর্ণেশ্বৰ, তাতে মহাদেউ আছে।

২৯-৩০। তাৰ পশ্চিমে দুটি পৰ্ব্বত আছে, একটিৰ নাম আমুনি, এটিৰ নাম এমুনি।

৩১-৩৩। তাৰ পশ্চিমে তিনিটি পৰ্ব্বত আছে, তাৰ নাম গিৰিকাচল, তাতে গদাধৰ মাধৱ আছে।

৩৪-৩৫। তাৰ নৈঋত কোনাত জগন্নাথ মাধৱৰ দৌল আছে।

৩৬। তাৰ দক্ষিণে চক্ৰ পৰ্ব্বত আছে, তাতে মাধৱেশ্বৰ গোসাঁঞি আছে।

৩৭। তাৰ পূৰ্ব্বে ব্ৰহ্মপুত্ৰৰ দাঁতত ইন্দ্ৰ পৰ্ব্বত আছে। তাতে সহস্ৰাক্ষি নাম মহাদেউ আছে।

৩৮। চক্ৰ পৰ্ব্বতৰ দক্ষিণে অশ্ব পৰ্ব্বত আছে। পৰ্ব্বততে জনাৰ্দ্দন গোসাঁঞি আছে।

৩৯ । জনাৰ্দ্দনৰ দক্ষিণে অশ্বক্ৰান্ত তীৰ্থ আছে।

৪০ । অশ্বপৰ্ব্বতৰ বায়ব্য কোণে ছোট ছোট চাৰিখানি পৰ্ব্বত আছে, তাৰ নাম গোমন্ত।

৪১ । তাৰ তিনিখানি পৰ্ব্বত এৰি গীতাকুণ্ডৰ ওচৰত যি পৰ্ব্বতখানি আছে তাতে জটাধৰ গোসাঞি আছে। অশ্বক্ৰান্ত গীতাকুণ্ড দুইৰ মধ্যত এক নিজৰা আছে, তাৰ নাম সন্তানদা। তাতে স্নান কৰিলে নিসন্তানৰো সন্তান হয়।

৪২ । গোমন্ত পৰ্ব্বতৰ নৈঋত কোণাএ লোহিত্য কাষৰে, জুবীয়া থাক বোলে তাৰ নাম বায়ুপৰ্ব্বত। তাৰ তিনি শৃঙ্গৰ তিনি নাম, এক শৃঙ্গ লক্ষ্মী, এক শৃঙ্গ সৰস্বতী, এক শৃঙ্গ বিষ্ণু।

৪৩ । তাৰ পশ্চিমে শৰাইঘাটৰ বুৰুজ থাক বোলে, তাৰ নাম লোহিত্যশ্বৰ পৰ্ব্বত।

৪৪-৪৮ । তাৰ ঐশান্যে পাঁচটি পৰ্ব্বত আছে, তাহাত নঠিয়া বোলে। তাৰ এক শৃঙ্গ ভস্মকূট, এক শৃঙ্গ জ্ঞানকূট, এক ক্ষেমকূট, এক দক্ষকূট, এক শোককূট।

৪৯ । তাৰ ঐশান্যে এটি পৰ্ব্বত আছে, তাৰ নাম দক্ষকূট।

৫০ । তাৰ পূৰ্ব্বে মদন পৰ্ব্বত।

৫১-৫২ । তাৰ দক্ষিণে গিৰিকাচন। উত্তৰে দুটি পৰ্ব্বত আছে, তাৰ নাম কন্দুক, তাতে কাত্তিক আছে।

৫৩ । হাতীমুৰা পৰ্ব্বতত বাণেশ্বৰ, পিঙ্গলেশ্বৰ, দুই গোসাঞি আছে।

৫৪ । তাৰ উত্তৰে কামধেনু পৰ্ব্বত।

৫৫ । তাৰ উত্তৰে গণেশ পৰ্ব্বত।

৫৬ । তাৰ উত্তৰে ভস্মাজ পৰ্ব্বত।

৫৭। তাৰ উত্তৰে গন্ধমাৰ্দ্দন।

৫৮। তাৰ অগ্নি কোণাত ভূকেশ্বৰ গোসাঁঞি আছে। গন্ধমাৰ্দ্দনৰ পূৰ্ব্বশৃঙ্গৰ নামত সুৱৰ্ণশিলা আছে। তাৰ দক্ষিণে অত্ৰধানৰ কুণ্ড। তাৰ পূৰ্ব্ব অগ্নিকোণে তিনি শৃঙ্গ সমন্বিতে এক পৰ্ব্বত আছে, তাৰ নাম লাঙ্গল, লোকে বাৰণাসে বোলে।

৫৯। তাৰ পূৰ্ব্বে বাৰাহ পৰ্ব্বত।

৬০। তাৰ দক্ষিণে বশা পৰ্ব্বত।

৬১ তাৰ দক্ষিণে অনন্ত পৰ্ব্বত।

৬২। তাৰ সাতোটা শৃঙ্গ আছে। অনন্তৰ পৰ্ব্বতৰ নৈঋতি পৰ্ব্বত, লোকে ৰাক্ষস বোলে। তাতে নিৰ্ঋতেশ্বৰ মহাদেউ আছে।

৬৩। অনন্ত পৰ্ব্বতৰ পশ্চিমে সিদ্ধেশ্বৰ গোসাঁঞি আছে। সেই পৰ্ব্বতৰ নাম বাগেশ্বৰী। তাৰ তিনি শৃঙ্গ আছে; এক শৃঙ্গ সিদ্ধেশ্বৰ, এক শৃঙ্গ ব্যাঘ্ৰেশ্বৰী, এক ৰত্নেশ্বৰ।

৬৪। তাৰ পশ্চিমে শ্ৰীহাটীৰ কাষৰত দুইকোষ সমণিতে গোবিন্দ পৰ্ব্বত আছে। এক শৃঙ্গৰ নাম গোবৰ্দ্ধন, এক শৃঙ্গৰ নাম জ্ঞান।

৬৫। তাৰ উত্তৰে একখানি পৰ্ব্বত আছে, তাৰ নাম দুৰ্গা।

৬৬। লোহিত্যৰ দক্ষিণে হাতীমুৰাৰ দক্ষিণে গন্ধমাৰ্দ্দন নাম।

৬৭। তাৰ পূৰ্ব্বে মধ্যাদন পৰ্ব্বত আছে।

৬৮। তাৰ পূৰ্ব্বে চিত্ৰকূট পৰ্ব্বত।

৬৯। তাৰ পূৰ্ব্বে নাগিনী, কামধেনু দুই পৰ্ব্বত।

৭০। তাৰ পূৰ্ব্বে লোনমাঙ্গ নাম এক পৰ্ব্বত।

৭১। তাৰ পুৰ্ব্বে তক্ষকাদি পৰ্ব্বত।

৭২। তাৰ পুৰ্ব্বে নীলাচল পৰ্ব্বত। পুৰ্ব্বৰ শৃঙ্গ ব্ৰহ্মা, তাতে ভুৱনেশ্বৰী। মধ্য শৃঙ্গ বিষ্ণু, কামাখ্যা আছে। পাণ্ডুনাথ যতে আছে সেই শৃঙ্গ শিৱ।

৭৩। শিৱ শৃঙ্গৰ পুৰ্ব্বে বৰাহ শিলা, কল্প শিলা। ব্ৰহ্মপুত্ৰৰ পুৰ, অগ্নি কোণে তিনি শৃঙ্গ সমন্বিতে গান্ধাৰী পৰ্ব্বত আছে। এক শৃঙ্গৰ নাম গৌৰী, এক শৃঙ্গ দুৰ্গা, এক শৃঙ্গ বেতাল।

৭৪। তাৰ পুৰ্ব্বে গণেশ পৰ্ব্বত আছে। তাৰ পাঞ্চ শৃঙ্গ, এক গৌতম, এক ঘণ্টাকৰ্ণ, এক শুনকৰ্ণাৱতী, এক কুমাৰী, এক কিৰাতী।

৭৫। তাৰ পুৰ্ব্বে ভিৰৱ পৰ্ব্বত আছে।

৭৬। তাৰ উত্তৰে চিত্ৰকূট পৰ্ব্বত, তাকে শৰণীয়া বোলে।

৭৭। চিত্ৰকূট পৰ্ব্বতৰ পুৰ্ব্বে ত্ৰিদশাচল। তাৰ চৌষষ্ঠী শৃঙ্গ। লোহিত্যৰ কাষৰে যি শৃঙ্গ আছে তাৰ নাম সোমলতা।

৭৮। তাৰ পশ্চিমে মন্নাচল, তাকে ইটাখুলি বোলে।

৭৯। তাৰ পশ্চিমে শুক্ৰেশ্বৰ শিৱলিঙ্গ আছে।

৮০। তাৰ পশ্চিমে অগস্তি ক্ষেত্ৰ, তাতে বোৰ জনাৰ্দ্দন আছে। সেই থানিকে কলিক পৰ্ব্বত বোলে।

৮১। তাৰ ঐশান্যে কলি পৰ্ব্বত আছে। তাতে কলিৰ মূৰ্ত্তি আছে। সেই থানিলৈ গলে সকলো পুণ্য নষ্ট হয়। এতেকে তাক কৰ্ম্মনাশা বোলে।

৮২। তাৰ ঐশান্যে ত্ৰিব পৰ্ব্বত আছে। তাতে সুন্দৰী শিলা আছে, একাদশ শিৱলিঙ্গ আছে। দশ অৱতাৰ, উৰ্দ্ধশীৰ মূৰ্ত্তি আছে। সিওৰনি তীৰ্থ। তাৰ উত্তৰে চক্ৰতীৰ্থ, বশিষ্ঠ, অৰুন্ধতী। তাৰ উত্তৰে ভস্মাচল।

৮৩। ভস্মাচলৰ পশ্চিমে শঙ্কধনুৰ অন্তৰে ইন্দ্ৰাচল আছে।

৮৪। তাৰ অগ্নি কোণাত চাৰিটা শিলা আছে; লোহিত্যৰ মধ্যত। এটাৰ নাম তাল, এটাৰ নাম কর্ণ, এটাৰ নাম নপুংসক, এটাৰ নাম মোক্ষশিলা। সেই শিলাৰ মধ্যতে কুণ্ড আছে। তাতে স্নান কৰিলে এক শত পুৰুষ অখণ্ড পৃথিবীৰ ভোগ কৰে। তাৰ নৈঋত কোণাত তিনিশ ধনুৰ অন্তৰে নিৰ্বাতি শিলা আছে। তাৰ দক্ষিণে ব্ৰহ্মশিলা। তাৰ দক্ষিণে বিষ্ণুশিলা। তাৰ পশ্চিমে বশিশিলা। তাৰ দক্ষিণে সত্যযুগ, তাৰ পূৰ্ব্বে ত্ৰেতাযুগ তাৰ দক্ষিণে ইন্দ্ৰশিলা, তাৰ পূৰ্ব্বে দ্বাপৰশিলা, তাৰ পূৰ্ব্বে অষ্টবজ্ৰ ঋষি, তাৰ পূৰ্ব্বে কলিকুণ্ড, তাৰ পূৰ্ব্বে ৰসৰ-কুণ্ড, তাৰ উত্তৰে মধুশিলা, তাৰ উত্তৰে ত্ৰিবেণী, তাৰ উত্তৰে প্ৰয়াগ, তাৰ উত্তৰে ব্ৰহ্মকুণ্ড, তাৰ উত্তৰে গয়া। সমাপ্ত ॥ ১৮১ ॥

---

## APPENDIX B

# কামৰূপৰ দুৱাৰ পৰগনা।

ফুকন ৰাজখোৱাৰ ভাগে কামৰূপৰ বিভিন্ন অঞ্চল।—পূৰ্ব্বে পানী-ফুকনৰ ভাগে আছিল,—চাবিদুৱাৰ ১, ছুমিৰাকোঁৱৰ ১, মৰঙ্গ ১, কবিয়া-পাৰ ১, গড়গাঁৱা ১, বেজিনী ১, বাহবা ১, মনুৱাৰ ১, বাণী ১, বেলতলা ১, সাতবৰা ১, বাগ্ৰ ১, দুঙুৱা ১, পাণ্ডাৰী ১।

পাচে আছি বৰফুকন হলত দক্ষিণপাৰৰ সকলোখানি বৰফুকনে লগে। উত্তৰপাৰৰ সকলখনি পানী ফুকনৰ ভাগে থাকিল। পৰগনাৰ লিখা।—

বৰফুকনৰ ভাগে,—পাতিদৰঙ্গ ১, বৰভাগ ১, বাজনৰ ১।

পানীফুকনৰ ভাগে,—খাতা ১, বৰভাগ ১।

দুৱৰা ফুকনৰ ভাগে,—পূৰপাৰ ১, পচিম পাৰ ১।

ডেকাফুকনৰ ভাগে,—সৰুবংশৰ ১, কাছাৰীমহল ১।

চেতিয়া ফুকনৰ ভাগে,—বাগচা ১, সৰুখেতি ১।

নৈৰুঙীয়া ৰাজখোৱাৰ ভাগে,—বৰখেতি ১।

তৰ-শলগুৰীয়া ৰাজখোৱাৰ ভাগে,—ছয়গাঁৱা ১।

গজপুৰীয়া ৰাজখোৱাৰ ভাগে,—বাহতি ১।

সিংৰীমুৰীয়া ৰাজখোৱাৰ ভাগে,—চামুৰীয়া ১।

পানী-শলগুৰীয়া ৰাজখোৱাৰ ভাগে,—নগৰবেৰা ১।

পানীদিহিঙ্গীয়া ৰাজখোৱাৰ ভাগে,—নগৰীগাৰী ১।

তৰবা-দিহিঙ্গীয়া ৰাজখোৱাৰ ভাগে,—বৰপেটা ১।

নামডাঙ্গীয়া ৰাজখোৱাৰ ভাগে,—বৰনগৰ ১।

পানী-আতৰপুৰীয়া ৰাজখোৱাৰ ভাগে,—বজালী ১।

বৰ-আতৰপুৰীয়া ৰাজখোৱাৰ ভাগে,—খেতেলি ১।

সৰু-আতৰপুৰীয়া ৰাজখোৱাৰ ভাগে,—গাড়ৈগি ১।

পাচে গদিটৈ বৰফুকনক সকলো ফুকন ৰাজখোৱাই ৰখিব নুজিলত সেই কাইতে সকলো দুৱাৰ পৰগনা ফুকন ৰাজখোৱাৰ হাতৰ পৰা গুচাই বৰফুকনৰ হাতত দিলে। ১৮২॥

